# ৰাম-মালিকা

৺শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ দ্বাৰা ভণিত

অধুনা ৺চুপহা সত্ৰৰ

শ্ৰীদেৱকান্ত ডেকা অধিকাৰ

গোস্বামীৰ দ্বাৰা প্ৰকাশিত

যোৰহাট— হামদৈ

প্ৰথম সংস্কৰণ

ৰাম মালিকা প্ৰাপ্তিৰ ঠিকানা—

শ্ৰীযুক্ত তীৰ্থনাথ গোস্বামী

ধলবসত্ৰ, যোৰহাট— পটকা।

মূল্য খনে ।৶৩ দুই অনা।

# ৰাম-মালিকা

শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ দ্বাৰা ভণিত

অধুনা ৺চুপহা সত্ৰৰ
শ্ৰীবৈৰকান্ত ডেকা অধিকাৰ
গোস্বামীৰ দ্বাৰা প্ৰকাশিত
যোৰহাট - হামদৈ

প্ৰথম তাঙ্গৰণ

ৰাম-মালিকা প্ৰাপ্তিৰ ঠিকানা—
শ্ৰীযুক্ত তীৰ্থনাথ গোস্বামী
ধলবসত্ৰ, যোৰহাট—পটঙ্গা।

কিন্তু ইয়াৰ দ্বাৰা বুজিব পাৰিলো এই পুথিখনি নিতান্ত জন সমাজে ভকত, বৈষ্ণৱ, সাধু,মহন্তৰ প্ৰয়োজন। সেই কাৰণে অতি আগ্ৰহেৰে নিজে সাঁচি পতিয়া পুথিৰ পৰা নকল কৰি সাধ্যমত বৰ্ণাশুদ্ধিও কৰি দিলো। আৰু আমি যি পুথিৰ পৰা নকল কাৰলো তাত বৰ্ণাশুদ্ধি দোষ বিস্তৰ আছিল; আৰু কোনো কোনো ঠাইত আখৰ একেবাৰে মাতিব নোৱাৰা আছিল সেই ঠাইত যি পাৰিলো মনেতে পোন কৰি দিছো। যিটো একেবাৰে কোনো অৰ্থ কৰি মাতিব পৰা নায় তাৰ কোনো লৰচৰ নকৰি তেনে দৰেই তুলি দিলো। কোনো পদৰ অমিত্ৰাক্ষৰ স্থলে অলপ লৰচৰ কৰি মিত্ৰাক্ষৰ কৰিও দিয়া হৈছে। এই পুথিৰ আৰু এখন চানেকি পোৱা হেতেন মিলাই চাবৰ বৰ মন আছিল,কিন্তু পাবলৈ নাই গতিকে মনৰ খুকুৰি মাৰিব নোৱাৰিলো এতেকে বিজ্ঞ পাঠক মহোদয় সকলে কোনো ঠাইত দোষ পালে শুধৰাই আমাক জনালে অন্তৰত তেওঁৰ শলাগলৈ অপ্যায়িত হম।

এই "ৰাম মালিকা" পুথি খনিত ৺ শ্ৰীশ্ৰীশঙ্কৰ দেৱে ৺ শ্ৰীমাধৱ দেৱত সকলো ভক্তিৰ তত্ত্ব বোৰ ভাঙ্গি দেখুৱাইছে আৰু শ্ৰীকৃষ্ণৰ লীলা বিলাকৰ তাবৎ বোৰ লীলাৰ পৰমাৰ্থ স্বৰূপে ক্ষুদ্ৰ বিৰাট আৰু মনুষ্যাঙ্গতে সকলো ভাঙ্গি দেখাইছে। ইয়াৰ বাজে অনেক পৰমাৰ্থ কথাৰে এই পুথি ভৰা। এতেকে সন্ত মহন্ত বৈষ্ণৱ সকলে ইয়াৰ কথা জানিব লগীয়া নিতান্ত আৱশ্যক। আৰু এই পুথিত ছবি, পদ, তুলৰী, লেছাৰী, ঝুনা, ঝুমুৰী এই বিলাকৰ নাম কেনে হল? এই বিলাক কোন হৈছে? ইয়াক পঢ়িলে কি ফল হয় এই কথাবোৰ বিশেষ কৈ ভাঙ্গি লেখিছে।

এনে বিলাক প্ৰয়োজনীয় কথা ভালকৈ নেজানিলে আগ পূৰ্ব্ব পদ, ছবি, ভুলবা পাঠ কৰাত দোষহে হয়।

৺ শ্ৰীশ্ৰীশঙ্কৰ দেৱে, ৺শ্ৰীমাধৱ দেৱক ঘোষা ৰচনা কৰি ঘোষাত, ভজন, নমস্কাৰ, শৰণ, উপদেশ, নিন্দা, নাম মহিমা, যুগধৰ্ম্মৰ নিৰ্ণয়, ঈশ্বৰ নিৰ্ণয় আত্মা উপদেশ, পাৰ্থনা, তাৎপৰ্য্য, মহিমা, স্তুতি, আশ্ৰয়, প্ৰসংশা, খেদ, ঘোষা চণ্ড, কাকণা, কাকুতি, নামচন্দ, ইত্যাদি বিলাক ঘোষাত দিবলৈ আদেশ কৰি তাৰ অৰ্থ বিলাক এই পুথিত বিশেষকৈ ভাঙ্গি কৈছে এই বিলাক নিৰ্ণয় ভালকৈ, নেজানিলে নামৰ মূলত বহি ঘোষা পাঠ কৰা দোষহে ঘটে। এতেকে লাগতীয়াল বস্ত্ৰ স্বৰূপ কথা বিলাক ধৰ্ম্মানুৰাগী সকলে বুজিবৰ অৰ্থে এই পুথি একোখানি গ্ৰহণ কৰি পাঠ কৰিলেই হিন্দু ধৰ্ম্মৰ ভক্তিৰ উন্নাত হব বুলি আশা কৰিম। এতেকে সকলোৱে একোখনি ভাঙ্গি ধৰি যেন ধৰ্ম্মৰ হিত সাধন কৰিব এয়ে আমাৰ আশা।

সব শেষত কও; এনে লুপ্ত ৰত্নক উদ্ধাৰ কৰিবৰ অৰ্থে যোৰহাট চাঙ্গৰ পৰা আনি আমাৰ আত্মীয়বৰ শ্ৰীযুত বেৱকান্ত ডেকা অধিকাৰ গোসাঞীয়ে জন সমাজৰ আতক গুছাবৰ কাৰণে নিজৰ অৰ্থ ব্যয় কৰি এই পুথিখনি প্ৰকাশ কৰাত তেখেতক অন্তৰে লৈতে [redacted] দিছো। ভবিষ্যত এই [redacted] গোসাঞী দেৱে লুপ্ত শাস্ত্ৰ বিলাক বিচাৰি আনি প্ৰকাশ কৰি যেন অসমীযাৰ সাহিত্যৰ ভৰাল পুৰ কৰি ৰাখিবলৈ যেন পাছ নপৰিব এয়ে আমাৰ আশা। ইতি

শ্ৰীতীৰ্থনাথ গোস্বামী

১৮৩৯ শক

ধলবসত্ৰ, যোৰহাট, গটঙ্গা পোঃ।




# ৰাম—মালিকা।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ।

## পদ।

জয় নমো যাদৱ মাধৱ জনাৰ্দ্দন।
জয় ঋষিকেশ সদাশিৱ সনাতন॥
যিটো পূৰ্ণ সনাতন দৈৱকী নন্দন।
তাহান চৰিত্ৰ কথা শুনা দিয়া মন॥
পৰম অমূল্য ইটো কথা মনোৰম।
প্ৰসিদ্ধ অমৃত ইটো নুহি কয় সম॥
মহামুখ্যত্তম ইটো কৃষ্ণৰ চৰিত্ৰ।
কৰ্ণ ভৰি আক পান কৰা প্ৰতিনিত॥
বেদ বেদান্তয়ো আক নুহি সমসৰ।
অমৃত সাগৰ মহা কথা মনোহৰ॥
ভকত জনৰ কৃষ্ণ কথা সে জীৱন।
হৃদি ভণ্ডাৰত চিন্তে কৃষ্ণৰ চৰণ॥

সমস্ত সমাজে আৰু শুনিয়ো সাদৰি।
হৰি গুৰু পদ সেউৱা হৃদয়ত ধৰি॥
শ্ৰৱণ কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আন।
কৈলা কৃষ্ণে ব্ৰহ্মাত ভকতি মহাজ্ঞান॥
ভাৰত পুৰাণ টিকা ভাষ্য অৰ্থ যত।
উদ্ধাৰি সবাৰো সাৰ কৰিবো বেকত॥
আৰম্ভৰ হৌক সিদ্ধি হৰিক স্মৰণে।
একচিত্তে শুনিয়োক সভাসদগণে॥
ৰাম নাম বিনা নাহি কলিত নিস্তাৰ।
হেন জানি কৃষ্ণৰ নামক কৰা সাৰ॥
প্ৰথমতে শুনা কহো চৈতন্যৰ মত।
যেন মতে মহা ধৰ্ম্ম কৰিলা বেকত॥
একজন ভক্ত আছে নামে ৰামানন্দ।
হৰি ভক্তি কৈলা তাস্ত কৰিয়া প্ৰবন্ধ॥
বোলে আমি আগ ধৰি জানো ইটো নাম।
আত কৰি আছে যদি কয়ো অনুপাম॥
শুনিয়া চৈতন্য গোসাই মহা দুঃখ কৰি।
আপোনাৰ গালে চৰ মাৰিলন্ত ধৰি॥
বোলে আত কিবা হেতু কৈলো ইটো নাম।
কৰিলোহো কিনুবৰ গৰিহীত কাম॥
লজ্জা হুয়া সিয়ো উঠি গৈলা সেহিতাল।
বাতে বাতে জাস্তে তাৰ উখহিল গাল॥

হেন দেখি পুনৰ্ব্বাৰ ফিৰি আসিলন্ত।
কৰিয়া কাৰুণ্য দণ্ডৱতে পৰিলন্ত॥
তথাপিতো তাঙ্ক প্ৰতি ভৈলন্ত সদয়।
থাকিলন্ত তাৰ সঙ্গে কৰিয়া বিনয়॥
সেহি ধৰি ষোল নাম মন্ত্ৰ কহিলন্ত।
দিলা উপদেশ পাছে হৰি ভক্তিপন্থ॥
চাৰিজন ভক্ত সঙ্গে বৃন্দাবনে গৈলো।
পথত আসন্তে চৈতন্যক লাগ পাইলো॥
মোক দেখি তুতি নতি কৰিলা অনেক।
শ্বেত মনি ৰাজা কথা কহিলো যতেক॥
শ্বেত মনি শক্তি বুঝি জানিব চৈতন্য।
দৈব কৰ দেখিয়োক আদি নিৰঞ্জন॥
বাপ সনাতন শুদ্ধ মণ্ডলিৰ সঙ্গে।
মহা ধৰ্ম্মশীল সাধু জগতে প্ৰশংসে॥
হৰৰ শক্তিয়ে ভৈলা বৃন্দাবন দাস।
সৰ্ব্বদায়ে হৰি নাম নোগুছে অভ্যাস॥
প্ৰণামো পৰম গুৰু অনন্ত শকতি।
তোমাৰ চৰণে কৰো সহস্ৰ প্ৰণতি॥
নন্দেৰ নন্দন সৰ্ব্ব গুণৰ ঈশ্বৰ।
ব্ৰহ্মা মহেশ্বৰো যাৰ চৰণ কিঙ্কৰ॥
তুমি নাৰায়ণ জগতৰ আদিভুত।
ৰূপে ভৈলা প্ৰভো দৈবক নৰ সুত॥

স্বষ্টি স্থিতি জগতৰ তুমি আদি দেৱ।
এতেকে তোমাত বিনে আন নাহি কেৱ॥
নমো নমো কৃষ্ণ মোৰ অগতিৰ গতি।
মোক উপদেশ দেৱ দিয়োক সম্প্ৰতি॥
মহা ভকতৰ যিটো হৃদয় ৰঞ্জন।
মই পতিতক প্ৰভো হুয়োক প্ৰসন্ন॥
তোমাৰ মায়ায়ে মই পৰম অজ্ঞানী।
ভ্ৰমোহো সংসাৰ পথে তোমাক নজানি॥
পৰম পতিতো তবে তযু নাম গাই।
হেন জানি আমি ভজিলোহো তুৱা পায়॥
শ্ৰৱণ কীৰ্ত্তন কৰিয়োক সৰ্ব্বক্ষণ।
অমৃত সমান ইটো কথা যে গহন॥
হৃদয়ত চিন্তে যিটো গুৰুৰ মুৰুতি।
যাচি কৃষ্ণ কথা তাত কহিবে যুগুতি॥
কৃষ্ণৰ কিঙ্কৰে কৰি শঙ্কৰে প্ৰণতি।
তাৎপৰ্য্য কথা কহো শুনিয়ো সম্প্ৰতি।
প্ৰথমতে পদ ছবি তুলড়ীৰ কথা।
পৰম হৰিষ মনে শুনিয়ো সৰ্ব্বথা॥
বৈকুণ্ঠৰ পদ পাইবা সবে আক শুনি।
আতপৰে ধৰ্ম্ম নাই হোৱা মনে গুনি॥
একচিত মনে আক শুনে যিবাজনে।
বাঢ়িব ভকতি তাৰ কৃষ্ণৰ চৰণে॥

বাত্ৰয় কঙ্কৰ শঙ্কা শুনা সৰ্ব্বজনে।
কৃষ্ণৰ কিঙ্কৰে পদ বন্ধে কথা ভনে ॥
মহা যত্ন কৰি আবে যিজনে শুনয়।
অপ্ৰয়াসে মহা দুঃখ সংসাৰ তৰয় ॥
পদৰ অৰ্থক সাৱধানে শুনিয়োক।
শাস্ত্ৰ বিচাৰিয়া পাছে নিন্দিবাহা মোক ॥
যিটো কৃষ্ণ পদ চিন্তে মুখ্য পদ পাই।
দুৰ্ল্লভ মুকুতি আক হাততে মিলাই ॥
পৰম গতিক আবে পাৱে আক চিন্তি।
কৃষ্ণৰ দুই পাদ পদ কহিলো সম্প্ৰতি ॥
তুলৰীৰ অৰ্থ আবে শুনা সৰ্ব্বলোক।
মহা গুহ্যত্তম কথা কহো শুনিয়োক ॥
দুৰ্ল্লভ আনন্দ মিলে ইহাক স্মৰণে।
তাতে সে তুলৰী বোলে শুনা একমনে ॥
চক্ষুৰ পটল ছয় গুছে যাক চাইলে।
সংসাৰৰ দুখ দূৰ কৰে আক কৈলে ॥
ঝুমুৰীৰ কথা আবে শুনিয়ো লোকাই।
তৰয় সংসাৰ সিন্ধু দুৰ্গতি এৰাই ॥
এক মনে শুনিলে কৃষ্ণলীন
তাতে সাধু সবে আক ঝুমু[redacted]
পাপৰ বাসনা এড়ে দেহ হৈবে শূনা।
এহিসে কাৰণে জানা বুলি কয় ঝুনা ॥

নিজ ভকতৰ পদ ৰজ আতিশয় ।
আক পদ বুলি জানা মহাজনে কয় ॥
নিবিড় কৰিয়া চিত্ত যিটো পদ গাৱে ।
মহা দুখ শোক এৰি মুখ্য পদ পাৱে ॥
কৃষ্ণৰ দুগুটি বাহু মহা ৰুচি কৰ ।
ঢুলৰী পটল ভৈল জানা নিৰন্তৰ ॥
চৈতন্য গুৰুৰ শক্তি জানা সিটো হয় ।
সেহি গুণে ছৰি ভৈলা শুনা আতিশয় ॥
মহা কাল চক্রে যেন লোক সংহৰয় ।
নিজ ভকতৰ ধূলা চক্র যেন নয় ॥
সেহি ভকতৰ ধূলা ঝুমুৰী পটল ।
তাক মাথে লৈলে লোক হোৱয় নির্ম্মল ॥
শৰণ লৈলে সে পাপী সবে হোৱে শূনা ।
এহিসে কাৰণে আক বুলি কয় ঝুনা ॥
পাঞ্চয় নির্ণয় কৈলো শুনিয়ো সম্প্র
পাঞ্চো পাঞ্চ প্রকাৰে সাধয় মহাগতি
ইসব নির্ণয় আবে এহি মানে থওঁ ।
শুনা সমাজিক জন এক কথা কওঁ ॥
শুনিয়ো মাধৱ মোৰ কথা আবে তুমি ।
ঘোষা কৰিবাক আজ্ঞা দিলো আবে আমি ।
যিটো অর্থ সব শাস্ত্রে আছে গুৰুতৰ ।
বেদ শিক বত্ন মন্ত্র উপনিষদৰ ॥

শুনি আনন্দিত ভৈলা মাধৱৰ মন।
চৰণত পৰি স্তুতি কৰিলা তেখন ॥
যতেক পটল আছে অৰ্থ কহিয়োক।
আনজনে নিন্দা যেন নকৰয় মোক ॥
কহিবা পটল অৰ্থ সাৰক উদ্ধাৰি।
পৰম গহন অৰ্থ শুনা কৰ্ণ ভৰি ॥
দেহত ইন্দ্ৰিয়গণ যতেক আছয়।
শ্ৰৱণ খন্দায়া যেবে সবাকো ছেদয় ॥
দেৱৰ দুৰ্লভ যিটো দুখানি চৰণ।
তাহাক চিনিলে জানা বোলয় শ্ৰৱণ ॥
স্তজনৰ কথা শুনা সমাস্তিক জন।
একচিত কৰিয়া আনত নিদি মন ॥
যাক ধৰি মনে পাৱে সংসাৰৰ পাৰ।
মহা সুখে তৰে যত ভক্ত নিৰন্তৰ ॥
ভক্তনেসে অভয় ব্ৰহ্মক দৰশাৱে।
ব্ৰহ্মক সমাধি ধৰি ভজে শুদ্ধ ভাৱে ॥
ঊৰ্দ্ধপদ বৈকুণ্ঠক যিহেতু থকাৱে।
মহন্ত উদ্ধৰে উপাসন্ত যাৰ পাৱে ॥
সেহি চৰণক দিগপালে উপাসয়।
গুৰু ইষ্ট বন্ধু বুলি এতেকে কহয় ॥
সেহি উপদেশ পদে উপদেশ ভৈল।
সি কাৰণে উপদেশ পটল কহিল ॥

নমস্কাৰ পটলক শুনা কৰ্ণ দিয়া।
যিমতে কৰয় নমস্কাৰ শুদ্ধ হিয়া॥
গুৰু পদে নমস্কাৰ সদায়ে কৰয়।
সেহিয়ে পটল বুলি জানিবা নিশ্চয়॥
জীৱক নিন্দয় পৰমাত্মা ৰূপ ধৰি।
কৃষ্ণক নভজি মৰে আত্মাঘাত কৰি॥
নিন্দা শুনি জীৱৰ যে আত্মা বোধ হয়।
আক নিন্দা বুলি যেন মহন্তে কহয়॥
পাৰ্থনা পটল আৰে শুনা আতপৰে।
গুৰু পাৱে পড়ি যিটো সদা সেৱা কৰে
যিটো মহা জ্ঞানী গুৰু চৰণতে পাৰ্থে।
পাৰ্থনা পটল জানা এহি মান অৰ্থে॥
আশ্চৰ্য্য মহিমা দেখা হৰিৰ নামৰ।
দেখিয়ো মহিমা দেৱ গুৰু ভকতৰ॥
আৰে আত্মা নিন্দাৰ যে শুনিবা পটল।
মায়াবন্ধ হয়া জীৱে ভুঞ্জে পাপ ফল॥
বিষয়ৰ সুখে যত্ন কৰে নিৰন্তৰ।
স্বৰূপক এৰে জীৱ অনৰ্থ নকৰ॥
মায়া-মোহ-জালে পৰি মিছাতে মৰস।
কৃষ্ণৰ চৰণ সদা কিয় নিচিন্তস॥
লয়ো কথা ইটো আৰে নিন্দা পটলৰ।
এহি বুলি জীৱক নিন্দয় নিৰন্তৰ॥

নিন্দা শুনি গুৰুক তেজয় কৰি খেদ।
তেবে জীৱ হৱে শুদ্ধ দিশা পৰিচ্ছেদ॥
যাত হতে লোক হয় আত্মা পৰিচয়।
আমাক জানিলে তেবে হোৱয় নির্ভয়॥

---

## আত্মা উপদেশ

উপদেশ আত্ম বোধ গুৰুত লভয়।
গুৰু উপদেশে সে কৃষ্ণক পাৱয়॥
সুদৃঢ় বিশ্বাসে গুৰু ভক্তা সর্ব্বক্ষণ।
তেবেসে বাঢ়িব ভক্তি কৃষ্ণৰ চৰণ॥

---

## বস্তু প্ৰকাশ।

বস্তু প্ৰকাশক আৰে শুনা যেন নয়।
গুৰু পদ প্ৰসাদেসে বস্তুক লভয়॥
হৰি ভক্তি মহাবস্তু যিটো হিৱা নিত্ত।
গুৰু কৃপাতেসে পাৰে কিন্তু বিপৰীত॥
প্ৰশংসা—জগতৰ আদি মুল যিটো কৃষ্ণ দেৱ।
প্ৰশংসে যিজনে তাঙ্ক সম নাহি কেৱ॥
পৰম ভূতজ্ঞ কৃষ্ণ প্ৰভো ভগৱন্ত।
তান গুণলীলা যিটো জনে প্ৰশংসন্ত॥

প্রশংসিয়া তাহাঙ্ক পৰম পদ পাই।
গুৰু বিনে সংসাৰ মধ্যত গতি নাই॥
এতেকে কীৰ্ত্তন যশ কীৰ্ত্তন কৰিয়া।
তুষ্ট হয়া কৃষ্ণে তেবে বৈকুণ্ঠক নিয়া॥

নম্ৰ— অচ্যুতৰ নাম মাত্ৰ স্মৰয় সৰ্ব্বথা।
তাহাৰ ভাগ্যৰ আমি কি কহিবো কথা।
তান নাম গাই বিষ্ণু পদক লভয়।
নাম পটলৰ এই জানিবা অন্বয়॥

হৰবাদ—হৰবাৰ নামৰ যে শুনিয়ো মহিমা।
ব্ৰহ্মা আদি দেৱে যাৰ নপাৱন্ত সীমা॥
ভকতৰ মহা পাপ যিহেতু সংহৰে।
হৰবাৰ নাম আসি ভৈলা তাতে হৰে॥

অম্বুধিভ্যো-শুনিয়োক আৰে অম্বুধিভ্যোৰ লক্ষণ।
জগতকে অনুকুল কৰা নাৰায়ণ॥
অনুকুল হুয়া জগতে নিস্তাৰয়।
এতেকেসে সাধু সবে ক্ষণাৰ্দ্ধো নেড়য়॥
গুৰুৰ চৰণ অনুক্ষনেকো নেৰিবা।
অম্বুধিতা বোলে আক এতেকে জানিবা॥
ভৈল অম্বুধিভ্য গুৰু কহিলো সাৰ।
মহাহিতকাৰী গুৰু বিনে নাহি আৰ॥

নিবেদন—ঈশ্বৰৰ পাৱে যিটো কৰে নিবেদন।
ভজে শুদ্ধ হুয়া তেবে কৃষ্ণৰ চৰণ॥

দেহ ধন ঈশ্বৰৰ পাৱত অৰ্পিবা।
নিবিড় স্বৰূপে হৃদিপদ্মত চিন্তিবা॥
গুৰুদেৱসে জানা নেৰে গিপি নৈবেদ্যৰ
কহিলোহো নীতি ইটো প্ৰসিদ্ধ শাস্ত্ৰৰ॥

খেদ—খেদৰ কাৰণ কহো শুনিবা হৰিষে।
কহন্তে শুনন্তে যেন অমৃত বৰিষে॥
মই মহা পাপী বুলি খেদ কৰিবেক।
খেদ কৰি গুৰু পায়ে শৰণ লৈবেক॥
খেদেসে কঠিয়া তাৰ ভৈল গা আসি।
গুৰু পায়ে ভক্তি তাৰ থাকয় প্ৰকাশি।
কাৰুণ্য পটল কহো শুনিয়ো সাম্প্ৰতে।
সৎসঙ্গে কাৰুণ্য বুলি কহে ভাগৱতে॥
সৎসঙ্গেসে তুমি তাক জানা নিষ্ট কৰি।
মহা মুখ্যতম পথ নাই আক স্মৰি॥

---

## অনুনাথনা—

জগতকে অনুদায়া কৰে নাৰায়ণ।
অনন্ত শয্যাত হৰি কৰন্ত শয়ন॥
অনুকুল বায়ু যাত হন্ত সংসাৰত।
গুৰুৰূপ হয়া দায়া সবাশো কৰন্ত॥

পৰম ঈশ্বৰ হৰি কৃপাৰ সাগৰ।
অন্তৰ্য্যামী ৰূপে ব্যাপি আছা নিৰন্তৰ
আপুনি ঈশ্বৰ আসি হৈয়া অৱতাৰ।
অনুকুল হৈয়া ভক্তি কৰন্ত প্ৰচাৰ॥

---

## ঈশ্বৰ নিৰ্ণয়।

ঈশ্বৰক চিনি বাহা কৰিয়া নিৰ্ণয়।
ব্ৰহ্মা বিষ্ণু হৰে যাৰ চৰণ চিন্তয়॥
তাহাঙ্ক ঈশ্বৰ বুলি ভাগৱতে কয়।
বেদ শিক্ষ হস্তে যাক সদা উপাসয়॥
ব্ৰহ্মা বিষ্ণু হৰে সেই শক্তি পুৰুষৰ।
এতেকেসে উপাসয় চৰণ কৃষ্ণৰ॥
ঈশ্বৰক চিনিবাক এতেকে লাগয়।
তাঙ্ক নিচিনিয়া পাপী সংসাৰে ভ্ৰময়॥
সবে লয় যাই সেই ব্ৰহ্মাৰ শৰীৰে।
আন দেৱতাক সেউৱা কৰি তভো মৰে॥
পুৰুষ প্ৰকৃতি হৰি প্ৰকৃতিতো পৰ।
স্ৰজন পালন আদি অন্ত জগতৰ॥
ভকত বৎসল দেৱ দৈৱকী নন্দন।
ব্ৰহ্মা বিষ্ণু সেৱে নিতে তাহান চৰণ॥

তাবা সবে সেৱা কবে নির্ণয় জানিয়া।
শুনা সাৱধানে গুৰু হৃদয়ে ধৰিয়া॥
শুনা সমাজিক ইটো কথা নিবন্তবে।
পুৰুষ লক্ষন কহো শুনা আত পবে॥
পৰম ব্ৰহ্ম ঈশ্বৰ পুৰুষ লক্ষন।
শুন এক তাক কবি নিৰূপণ॥
একাধি বিংশতি চিহ্ন যাহাত আছয়।
যাহাক স্মৰণে লোক মুখ্যকো লভয়॥
চৈধ্যয় ভুবনে যত ঈশ্বৰ আছয়।
হেনয় লক্ষন চিহ্ন কতো নাহি কয়॥
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ যাত লয় যাই।
তান্ত বিনে পুৰুষ আৰৰ আন নাই॥
তাহাক পুৰুষ কহে ভাগৱত গ্ৰন্থ।
তাহন্তাত কহন্ত হৰি ভকতিৰ পন্থ॥
বেদ শাস্ত্ৰগণো যাতো তাঙ্ক উপাসয়।
এতেকেসে তাঙ্ক স্মৰি মুখ্যকো লভয়॥

---

## যুগ ধৰ্ম্মৰ নিৰ্ণয়।

কলি ধৰ্ম্ম যুগ ধৰ্ম্ম দুইৰো সম্ভেদ।
শুনা সমাজিক দিবো তোৰ পৰিচ্ছেদ॥

সত্যে ধ্যান কৰি লোক স্বৰ্গে চলি যাই।
দ্বাপৰত পূজা কৰি সেহি ফল পাই ॥
ত্ৰেতাত যজিয়া যজ্ঞ তৈতে হোৱে ঠান।
কলিত কীৰ্ত্তন বিনে গতি নাহি আৰ ॥
পৰম গতিক পাৱে কলিত কীৰ্ত্তনে।
এতেকে প্ৰশংসা তাক কৰে সাধুজনে ॥
গুৰু মুখে নিজ ধৰ্ম্ম বুজিয়া যেহেতু।
ভাল অংশে নিজ ধৰ্ম্ম জানিবা সিহেতু ॥
কলিৰ পৰম ধৰ্ম্ম কীৰ্ত্তনে সে জানা।
সাধুৰ সঙ্গেসে শ্ৰেষ্ঠ তথাপিতো মানা ॥
কলিৰ স্বধৰ্ম্ম আৰু জানা হৰি নাম।
সৎসঙ্গ লভিয়া লৈলে সাধে মুখ্য কাম ॥

কৃপা——কৃপাময় কৃপাৰ সাগৰ যদুত্তম।
পাপী পুণ্যৱন্ত প্ৰভো সমস্ততে সম ॥
আছে কৃপা কৰি দেখা দিলা নৰকাই।
সাধু সঙ্গ লৈয়া সুখে ফুৰে নাম গাই ॥
ধন্য ধন্য মহাধন্য কিনো কলিকাল।
নৰ দেহা ভাৰত বৰিষ ধন্য ভাল ॥
কৃষ্ণৰ কৃপাত দেখা পাইলে হেন জন্ম।
নকৰয় তথাপিতো হৰি ভক্তি ধৰ্ম্ম ॥

বিৰকতি—বৈৰাগ্যে সে ভাগ্য তাৰ কহো শুনিয়োক।
গুৰু মুখে ভক্তি লভি দুৰ্গতি খণ্ডোক ॥

বিষয়ৰ বৈৰাগ্য কৰয় যিটো জানি।
বিৰকতি বিষয়ত সেই তত্ব জ্ঞানী ॥
গুৰুৰ চৰণ পদ্ম হৃদয়েত ধিয়াই।
পৰম্পদ বৈকণ্ঠক পাৱে সিটো যাই ॥
প্ৰবোধিত যেন জ্ঞানা তাক সম নাই।
মহা বিৰকত ভক্ত তাস্ত বিনে নাই ॥
হৰি পদ পঙ্কজত নিৰিৰ ভকতি।
মজি থাকে প্ৰেমানন্দে জানিয়া সম্প্ৰতি ॥
এতেকে বৈৰাগ্যে সাৰ জানিবা নিশ্চয়।
তাহাকে সে বিৰকতি বুঝিয়া কহয় ॥
মহিমা—কৃষ্ণপদ পঙ্কজত সদা কৰে ৰতি।
মহিমা শুনিয়া মিলে আনন্দ সম্প্ৰতি ॥
ভকতৰ সঙ্গে সদা পুৰুষাৰ্থ পাই।
কৌতুক কৰয় বৰ হৰি নাম গাই ॥
কৃষ্ণৰ নামৰ বৰ মহিমা জানয়।
সাধু সঙ্গ বিনে সাৰ কিছু নেদেখয় ॥
একক্ষণ মানে যদি সাধু সঙ্গ পাৱে।
তৰয় সংসাৰ সিন্ধু সাধু পদ নাৱে ॥
মহিমা পটল আৰে এহি মানে গৈল।
পৰমাৰ্থ পটলক কহিবাক গৈল ॥
মাধৱৰ নাম যিটো লৱয় সদাই।
হৃদয়ত মাধৱক সমৰে সৰ্ব্বদাই ॥

গুৰুমুখে পৰমাৰ্থ তত্ত্বক জানয়।
তাকে পৰমাৰ্থ বুলি ভাগৱতে কয়॥

---

## সাৰ নিৰ্ণয়।

কৃষ্ণৰ নামক যিটো জানে মাত্ৰ সাৰ।
শুনিবাক উত্তম কৰয় মন তাৰ॥
তেতিক্ষণে তাৰ যত পাপহত কৰে।
নিৰ্ম্মল হইয়া সুখে সংসাৰক তৰে॥
তযু চিত মন তাৰ শুদ্ধতা হোৱয়।
নামৰ প্ৰসাদে সিটো মুকুতি পাৱয়॥
নাম অন্বয়। কৃষ্ণৰ নামৰ যিটো তত্ত্বক জানয়।
তাকে বুলি কয় শাস্ত্ৰে নামৰ অন্বয়॥
নিৰ্ণয় কৰিয়া হৰি গুৰুকে ভজিবা।
এক গুৰু একদেৱ আন নেদেখিবা॥
মুখ্যৰূপে ইটো কথা বুজিবাহা দাঢ়ি।
নিৰি চাৰি লৈলে পুনু লাগিবেক ঘাটি॥
এহিমানে গৈল ইটো নামৰ অন্বয়।
আৰু পটলক শুনা সভাসদ চয়॥
নাম মহিমা। হৰি গুৰু ভকতৰ নিৰ্ম্মল চৰিত্ৰ।
নামে ভক্ত একে বস্তু পৰম পবিত্ৰ॥

তাহাৰ মহিমা যিটো জানে অতিশয়।
অপ্ৰয়াসে সিটো মুখ্য পদক লভয়॥
নিন্দা। ৰাম বুলি তৰে মহাপাপী অন্ত্য জাতি।
যিটো নাম নলৱে হিনতোহীন অতি॥
উত্তম ব্ৰাহ্মণ জন্ম পায়া আছে যিটো।
দ্বিজ হুৱা আন ভজে হৰিক দেখি সিটো॥
ডোম চাণ্ডালটো কৰি সিটো বৰ হীন।
কোঁটি মাৰি ফুৰে নাই ভকতিৰ চিন॥

---

## মহিমাযুক্ত উপদেশ।

যত মহোৎসৱ ভক্তে আনন্দে বাবাই।
হেন মহিমাক ভক্তে বেঢ়ি বেঢ়ি চাই।
হেনয় মহিমা দেখি কতো মোহ হয়।
মহাযুক্ত হৈয়া পাছে উপদেশ লয়॥
মহিম—মহিমা জানিয়া যিটো হৰি গুণ গাই।
তাত পৰে কৃষ্ণৰ পৰম পূয় নাই॥
ভৈল ভগৱন্ত প্ৰভো আধীন তাহাৰ।
ৰামকৃষ্ণ হৰিনাম মুখে থাকে যাৰ॥
কতো জনে নাম যুগধৰ মতে গাই।
মহিমা নেজানে গুৰু উপদেশ নাই॥
প্ৰশংসা—গুৰুৰ যশস্যা যিটো প্ৰশংসা কৰয়।
ধন্য ধন্য ভাৰতত জনম নিশ্চয়॥

হৰিৰ কীৰ্ত্তন কৰে ভক্ত নিৰন্তৰে।
তাক শুনি অভিনন্দা কৰে যিটো নৰে॥

তাৎপৰ্য্য—তাৎপৰ্য্য সাৰ গুৰু দেৱ নাম ভক্ত।
ইহাৰ তত্ত্বক মাত্ৰ গুৰুসে জানন্ত॥
গুৰু উপদেশ তাৎপৰ্য্য কথা সাৰ।
একান্ত ভক্তক সঙ্গ ফল মাত্ৰ সাৰ॥
এতেকে সবাকো তেজি গুৰু পাৱে ধৰা।
তাৎপৰ্য্য জানি আক সবে পৰি হৰা॥

স্তুতি—বৃক্ষেৰ পৰগদেৰ ধৰ্ম্ম অৰ্থ কাম।
গুৰুপদসেৱা ধৰ্ম্মসাৰ মহা অনুপাম॥

আশ্ৰয়—কোটি কোটি ব্ৰহ্মাণ্ডৰ যত জীৱ চয়
একে ভগৱন্ত হৰি সেৱাৰ আশ্ৰয়॥
হেন জানি গুৰুত আশ্ৰয় আৰে কৰা।
একান্ত শৰণে হৰি গুৰু পাৱে ধৰা॥
নোহন্ত ঈশ্বৰ কৃষ্ণ কাহাৰো আশ্ৰয়।
অন্তৰ্য্যামি ৰূপে তেহো সবাতো আছয়॥

---

## মহিমাযুক্ত কীৰ্ত্তন প্ৰশংসা।

যিদিশত কৃষ্ণৰ কীৰ্ত্তন ভক্তে কৰে।
সিদিশত নমস্কাৰ কৰে যিটো নৰে॥
দুৰ্ঘোৰ সংসাৰ সিটো অপ্ৰয়াসে তৰৈ।
অচ্যুত স্বৰূপ আপুনি গৈয়া ধৰৈ॥

প্রেমযুক্ত হয়া গুরু ভকতক বর্ণাবে।
নামৰ প্ৰসাদে মুখ্য মুকুতিক পাৱে॥
লেছাৰী—ইসব পটল আৰে থৈলো এতিমানে।
লেছাৰী পটল আৰে শুনা সাৱধানে।
অৱতাৰ হয়া লক্ষ্মীপতি নাৰায়ণ॥
উপাসয় বেদগণে তাহান চৰণ।
লেছাৰী পটল আসি ভৈলা বেদগণে।
পৰম ৰহস্য কথা শুনা এক মনে॥
চণ্ড - আৰে চণ্ড পটলৰ শুনিয়ো আশয়।
আক পাইলে সংসাৰৰ জীৱ নিস্তৰয়॥
মহাপুৰুষোত্তম দেখা গুৰু শিক্ষা ইটো।
পৰম ৰহস্য ভক্তি গুরুসে অৰ্জিতো॥
পৰমাত্মা জীৱ মোৰে যদি সেউৱা কৰে।
দুৰ্ঘোৰ নৰক দুখ তেবেসে নিস্তৰে॥
আক পাইলে জীৱ মোৰ চিন্তে কৰ্ম্ম বন্ধ।
এতিকে কাৰণে আক বুলি আছে চণ্ড॥
ঈশ্বৰ সমুখ হোৱে গুচে তাৰ চণ্ড।
কোটি কোটি জন্মৰো গুছয় তাৰ বন্ধ॥
ইসব পটল যত মহাসাৰ তত্ত্ব।
যোৱা শাস্ত্ৰ মাজে মাধৈ কৰিবা বেকত॥
শ্ৰৱণ ভজন চণ্ড লেছাৰী পটল।
আক পায় জীৱ সব তৰয় সকল॥

শুনা সভাসদ সব ইটো কথা সাৰ।
এহিসে অৰিবে ঘোৰ সংসাৰ নিকাৰ ॥
হবৈ কপিমল কৃষ্ণ কথা কীৰ্ত্তনত।
মহাপুণ্য ৰাশি আসি ওপজে লগত ॥
যাহাক স্মৰিলে সিদ্ধি হোৱে সৰ্ব্বকাম।
পৰম সম্পদ মাধৱৰ গুণ নাম ॥
কৃষ্ণ কথা শুনা আৰে কৰিয়া প্ৰবন্ধ।
গুৰু শিক্ষা অস্ত্ৰে ছেদ কৰিয়োক কন্ধ ॥
আত অনন্তৰে কথা শুনা সাৱধানে।
কৃষ্ণৰ কীৰ্ত্তন কৰা প্ৰাণ থাকে মানে ॥
ৰহস্যতো ৰহস্য পৰম কচিকৰ।
প্ৰসিদ্ধ অমৃতো আক মুহি পটন্তৰ ॥
শুনা সভাসদগণ পৰিয়া নিকম।
একচিত্ত মনে শুনা কথা মনোৰম ॥
শুনিয়োক কহো আৰে সাধুৰ লক্ষণ।
সংসাৰ ব্যাধিৰ ইটো ঔষধ প্ৰধান ॥
হীৰা মৰকত ৰত্ন যাহাত থাকয়।
মহাশ্ৰী সম্পত্তিয়ো তাতে লব্ধ হয়।
তাহাক্কে আশ্ৰয় কৰি সুখী হোৱে লোক।
যেই যিবা খোজে দেই তাক দেখিয়োক ॥
এতেকেসে সাধু তাক বোলে সৰ্ব্বজন।
মহাভাগৱত ইটো সাধুৰ লক্ষণ ॥

পৰম অমূল্য ইটো হৰি ভক্তি বস্তু।
কহে সাধুজনে আক কৰি মহাযত্ন॥
এতেকেসে সাধুজন আন মুহিকন্ত।
সাধুৰ লক্ষণ ইটো কহে ভাগৱত॥
সাধুৰ সম্বন্ধ যত গুৰুতেসে ঘটে।
সব ভক্ত নাশ হোৱে গুৰু মনকষ্টে॥
দুই তোলা সুবৰ্ণক অৰ্দ্ধ ত যুখিব।
অগ্নিত থপিয়া তাক প্ৰমাণ কৰিব॥
যোখত পোৱাত যদি সমানে ৰহয়।
তেবে সদাগৰে তাক কিনিয়া সেৱয়॥
যদি এক ৰাতি তাত যোখত টুটয়।
এহি তোলা মন্দ বুলি কেহু নলৱয়॥
হেন সম দৃষ্টি যদি হোৱে সাধুজন।
বিষমতা ভৈলে মুহি সাধুৰ লক্ষণ।
নিমিৰ আগত সিদ্ধে কহিলে দঢ়াই
হোৱে নোহে লোৱা সাক্ষী নৱ সিদ্ধ চাই॥
শুনি মহাজন নকৰিবা অসন্তোষ।
মই অধমৰ কিছু নধৰিবা দোষ॥
সভাসদ যাক বুলি শুনা তাৰ কথা।
যিটো গুৰু পাৱে মনে নেৰয় সৰ্ব্বকথা॥
গুৰুক হৃদয়ে ধৰি সন্ত কথা কয়।
সৰ্ব্বদায়ে নাম মুখে হৰিক চিন্তয়॥

আমাৰ সঙ্গত আছে ভক্ত যত যত।
ঋষি আদি সভাসদ কৈলো ইটো তত্ত্ব॥
গুৰু ভক্ত দুয়ো যাতো সম তুল্য হয়।
সভাসদ বুলি দেখা এতেকে কহয়॥
মহন্তৰ কথা কহো শুনা এবে তাক।
যিবা হেতু মহন্ত বোলয় তাসম্বাক॥
কৃষ্ণ কথা মৃততে অলঙ্কাৰ তাসম্বাৰ।
সাধুৰ আলাপ ৰস কথা মহন্তৰ॥
যাতো তাঙ্ক ভকত সকলে উপাসয়।
গুৰুকে মহন্ত বুলি ভাগৱতে কয়॥
সংসাৰৰ বন্ধ ছেদ কৰয় লোকৰ।
ইসব লক্ষণ আতে কৈয়ো মহন্তৰ॥
সৰ্ব্বগুণে সুমণ্ডিত শৰীৰ যাহাৰ।
পৰম গম্ভীৰ কৃষ্ণ কথা ৰস সাৰ॥
কৃষ্ণ কথা সৰ্ব্বস্বক হৃদি ভণ্ডাৰত।
যিটো সৰ্ব্বদায়ে তাক ক্ষনাৰ্দ্ধো নেৰন্ত॥
কৃষ্ণৰ নিৰ্ম্মল নদী পবিত্ৰ অনন্ত।
সৰ্ব্বজ্ঞান গুৰুতাৰ ৰসক পীৱন্ত॥
ব্যাপক স্বৰূপে গুৰু সবাতো আছন্ত।
ভাল মন্দ কথা তেঁহো সবাৰে জানন্ত॥
নিৰ্গুণ কৃষ্ণৰ যিটো গুণ আতিশয়।
এতেকে সে সৰ্ব্বজ্ঞান গুৰুক বোলয়॥

উপদেশ দিয়া মাত্ৰ হিতক চিন্তয়।
সেহি তত্ব কহি গুৰু লোক নিস্তাৰয়॥
গুৰু সেউৱা সুমঙ্গল সৰ্ব্বসিদ্ধি কাম।
তাস্ত বিনে সংসাৰত নাহি সুখ্যাত্তম॥

---

# সমাজিকজনৰ কথা।

সমাজিক জনৰ কহিবো কথা আবে।
সমস্ত প্ৰাণীক সম দেখিবেক যেবে॥
তাকে সমাজিক বুলি জানিবা স্বৰূপে।
লোক প্ৰৱৰ্ত্তাৱে গুৰু শিষ্য একৰূপে॥
গুৰু চৰাচৰ আত্মা গুৰু নিজ বন্ধু।
কৰয় গুৰুযে পাৰ মহাঘোৰ সিন্ধু॥
আপদ নদীত গুৰু কৰয় নিস্তাৰ।
গুৰু বিনে ত্ৰৈলোক্যত বন্ধু নাহি আৰ॥
কীটপতঙ্গত তেহে সবাতো সমান।
বিষমতে বুদ্ধি কদাচিতো নাহি তান॥
জীৱ সকলৰ সুখ মুখ্যকো সাধন্ত।
সংসাৰ সাগৰে পাৰ গুৰুসে কৰন্ত॥
নিজপদ বৈকুণ্ঠক যিহেতু দিয়ন্ত।
এহি কাৰ্য্যে সমাজিক গুৰুক বোলন্ত॥

আপোনাৰ সঙ্গী যত সমস্ত সমাজ।
ইসবৰ কথা আবে কহিবোহো কাজ ॥
বুধজন যাক বোলে শুনিয়ো আশয়।
বুধমতে মাত্র সিটো সদা প্রবর্ত্তয় ॥
তাৰ কোন ভাগ্যোদয়ে পাইলে গুৰু লাগ।
কোন না জন্মৰ তাৰ আছে মহাভাগ ॥
মহাজ্ঞান বোধ যদি দেই গুৰুজনে।
তথাপিতো ভাল তাৰ নমানয় মনে ॥
তাক কৃপা কৰি তেভো দেই সদবুদ্ধি।
গুৰুৰ শুদৃষ্টি ভৈলে হোৱে তাৰ শুদ্ধি ॥
অনাদি জন্মৰ তাৰ পাপ কৰি নাশ।
তেবে গুৰু ধৰ্ম্মে হৃদয়ত কৰে বাস ॥
গুৰুৰ কৃপাত মহা বোধে লৱে লাগ।
বুধজন তাৰ নাম কৈলো মহাভাগ ॥
মহাজ্ঞানে পাইলে তাৰ গুছয় দুৰ্ব্বুদ্ধি।
পাপৰ বাসনা এৰি চিত হোৱে শুদ্ধি ॥
মহাধীৰ বুদ্ধি সন্তে বোলে ভকতক।
যাতো সদজ্ঞান দেই সমস্ত লোকক ॥
বৈধ বুদ্ধি যত তাৰ সবে দূৰ গৈল।
গুৰুশিক্ষা অস্ত্ৰে পায় মত্ত সিংহ ভৈল ॥
গুৰু পদ প্রসাদে তৰয় মোহ মায়া।
ঊৰ্দ্ধবাহু লুয়া পাছে ফুৰে নাম গায়া ॥

মহামূঢ় যাক বোলে তাহাক শুনিয়ো।
মুই মুই ইটো কথা মনে জিজ্ঞাসিয়ো॥
মূঢ়ব সদৃশ আনা মাধৱ আছিল।
বাম দাস সমে দেবী পূজিবে চাহিল॥
পূৰ্ব্বৰ সাধন আছে পাইলে গুৰু সঙ্গ।
দেবী পূজা কৰ্ম্ম যত সবে ভৈল ভঙ্গ॥
মূঢ়াত লাগল যেন লাগিলেক বাই।
নলবিলা মন মাধৈ হৰি ভক্তি পাই॥
জ্ঞান শূন্য মূঢ় নৰ অনেক আছয়।
গুৰু ধৰ্ম্ম সেউৱা সিটো কিছু নষ্ট নয়।
আৰূঢ় মূঢ়ৰ কথা শুনা সমাজিক।
গুৰু নশ্য কৈলে যিটো তাৰ কৈবো কিক।
তেবেসে হৈবেক গুৰু সেৱাত আৰূঢ়।
শৰণ ভজনি ভক্তি কৈলেসিটো দৃঢ়॥
ভক্তি ভৈলে সিজনৰ থিৰ হোৱে মতি।
আৰূঢ় মূঢ়ৰ কথা কহিলো সম্প্ৰতি॥
যেই সেই মূঢ় নাম নাম লৈবে নপাৰয়।
মূঢ় নাম মাধৱৰ জানিবা নিশ্চয়॥
বাত তাত নথটয় মূঢ় হেন নাম।
জগত প্ৰসিদ্ধ মাধৈ মূঢ় অনুপাম।
মুকথ নামৰ আবে শুনিয়োক কথা।
কৃষ্ণৰ কীৰ্ত্তন যশ শুনে যথা তথা॥

ৰামৰ কীৰ্ত্তন শুনি হোৱয় আনন্দ।
শুক সেউৱা ভৈলে সুখ মিলে ব্ৰহ্মানন্দ॥
মূৰ্খ্যৰ পদক আৰে দেঁও তাক নিয়া।
ইসব কথাৰ অৰ্থ কৈলো বিভাগীয়া॥
শুনা সভা-সদ ভাগৱত কথা সাৰ।
শঙ্কৰে ৰচিলা ৰাম-মালিকা পয়াৰ॥
ভাগৱত পুৰান ভাৰত টিকা যত।
সাৰক আনিয়া সবে কৰিলো বেকত॥
আক যিটো জনে পঢ়ে শুনে শুনাৱয়।
মহা গুপ্য কৰি আক লিখিয়া ৰাখয়॥
কি কহিবো মই আৰে তাহাৰ মহিমা।
আক মনে ধৰি পায় সংসাৰৰ সীমা॥
গুৰুদেৱ নাম ভক্ত শিৰগত কৰি।
স্ফুৰিয়ো সদাই কৃষ্ণ নাম মুখে ধৰি॥
পুত্ৰ পত্নী বিষয়ত সদা আসকতি।
কৃষ্ণৰ চৰণে মোৰ নভৈল ভকতি॥
হে প্ৰাণ বন্ধু কৃষ্ণ কৰো নমস্কাৰ।
দীন অনাথক বাপ কৰিয়ো উদ্ধাৰ॥
কৃপা কৰা কৃপাময় তুমি দায়া নিধি।
কৰিয়োক সবে মনোৰথ মোৰ সিধি॥
হেন জানি নৰলোক এৰা আন কাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম॥

# ডুলরী।

শুনিয়ো মাধৱ পৰম বান্ধৱ,
তুমি মহা পুৰুষোত্তম।
দানহীন হেন, নামৰ অধম
শুনা কেন মনোৰম॥
অন্ধকাৰ নাশি, বিজ্ঞান প্ৰকাশি,
হিত উপদেশ দিবা।
গুৰুদেৱৰ নাম, ভকতি অনুপাম,
জগতত প্ৰকাশিবা॥
ঘোৰ সংসাৰৰ, উপায় এৰায়া,
গুছাইবা দুখ লোকৰ।
মহা অন্ধকাৰ, দুৰ হোৱৈ যেন,
উদয় ভৈল সূৰ্য্যৰ॥
দীন দুখীতক, কলিৰ লোকক,
দিবা তুমি ভক্তি দান।
মহাজ্ঞান দাতা, ইতিনি লোকত,
নাহিকে তুমি সমান॥
সমস্তকে জিনি, কৰি বাহাছিনী,
তাতে হৈৱা ছিন নাম!
সেৱক স্বৰূপে, তুমি আসি মোৰ,
কৰিলা দুষ্কৰ কাম॥

হেনয় কিঙ্কৰ, কৰ্ম্মক আৰকা,
কৰন্তা নাহিকে আনে।
দীন হীন হেন, নামৰ অন্বয়
জানিবা এহি নিদানে॥
মহন্ত মাধৱ, নাম শুনা আৰু,
ভৈল আসি যিবা হেতু।
কৃষ্ণৰ ভকতি, পন্থ প্ৰকাশিয়া,
বান্ধিবা সংসাৰ সেতু॥
মায়াক জিনিয়া, নিৰ্জ্জন কৰিয়া,
ভকতিক প্ৰকাশিবা।
মহন্ত মাধৱ, নাম মুখে কয়,
লোকৰ হিত চিন্তিবা॥
এহি মানে থওঁ, শুনা পুনু কওঁ,
ইটো প্ৰসঙ্গিক কথা।
পৰম সুগম, পন্থ মুখশুম,
শুনিবো আৰু সৰ্ব্বথা॥
কহিবো ৰহস্য, কথা মনৱশ্য,
কৰি সবে একমতি।
যত বেদ শাস্ত্ৰ, কৈবো-তাৰ অৰ্থ
শুনিয়ো তাক সম্প্ৰতি॥

প্ৰথম কন্ধৰ শঙ্কা।

আত অনন্তর, শুনা সবে নর,
নৈমিসা ক্ষেত্র লক্ষণ।
শুনা যেন মতে, বাতুল ঈশ্বরে,
করিলা সত্র স্রজন॥
তাহার চক্ষুর, নিমিষ মাত্রকে,
তহিতে সত্র করিলা।
ভাগবত শাস্ত্র, প্রবর্ত্তিবে মনে,
তথাতে সত্র পাতিলা॥
সত্র হেন নাম, যিহেতু বোলয়
শুনিয়ো তার অন্বয়।
ঋষির শরীর, হোমর ধূঁয়াত,
তৈল সবে যেন নয়॥
বৈকুণ্ঠর শাস্ত্র, মহাভাগবত,
শুক তৈতে প্রকাশিলা।
সর্ব্ব পষাসিটো, ঋষি সকলক
মহা মুখ্য পদ দিলা॥
এহি সে কারণে, সত্রা নাম হৈলা,
ভাগবতে শোভা কৈল।
তথাকে সত্রক, নির্ম্মি নারায়ণে,
নিজ থানে চলি গৈল॥
আত অনন্তরে, শুনা সবে নরে,
কিমতে নারদে হরি।

মহাজ্ঞান দান, তাহাক দিলন্ত,
চারি সিদ্ধে কৃপা করি॥
ভক্তি ভাবে আতি, সেৱিতা সদাক,
করিলা পরম তুষ্ট।
যতেক অশুভ, আছিলেক তান,
সমস্তে করিলা নষ্ট॥
পরম মহন্ত, চারি মহাসন্ত,
কৃপালু করুণা কর।
বরিস রহিয়া, গমন করিয়া
গৈলা চারি সিদ্ধেশ্বর॥
উচ্ছিষ্ট লক্ষণ, কহো শুনিয়োক
যিমতে নাবদে হরি।
এরয় উচ্ছিষ্ট, চারি মহামুনি,
ভুঞ্জয় তাক সাদরি॥
যেন মতে গুরু, জ্ঞান উচ্ছিষ্টক,
মুখে ব্যক্ত করিদেন্ত।
যাতো গুরু মুখে, লভে মহাজ্ঞান,
এতেকে মুখ্যাক' নেন্ত॥
পুরাণর সূর্য্য, মহা ভাগৱত,
যিহেতু বোলয় যাক।
ইহার অর্থক, কহো শুনিয়োক,
সঙ্ক্ষেপ করিয়া তাক॥

শুনা সমাজিক,          স্থিৰ মনে আক,
পৰম ৰহস্য কথা।
পৰম সুগম,          কথা সুখাত্তম,
শুনা আক যথা তথা॥
পুৰাণৰ সূৰ্য্য,          পুৰ কৰি অ'নি,
ভাগৱত ক্ষীৰ মন্থি।
য'াক পান কৰি,          মহা মহ প'াপী
বৈকুণ্ঠক কৰে গতি॥
শুনা যেন মতে,          প্ৰকাশিয়া সুৰে,
অন্ধকাৰ দূৰ কৰে।
ভাগৱত শাস্ত্ৰ,          সহিতে জানিবা,
অজ্ঞান আন্ধাৰ হৰে॥
পাঞ্চালিৰ পুত্ৰ,          যিবা বিশ্বদেৱ
কাৰণ কহো তাহাৰ।
তাক মনে এৰি,          মহাযত্ন কৰি,
বুজাদেহে আপোনাৰ॥
ক্ৰোধে দ্ৰোণি শুনা,          অহঙ্কাৰে থাণ্ডা
মাঠাতাৰ ইহ গান।
দেহ গোট পাতি,          জানিবা ইহাক,
কৰিলা তাতে শয়ন॥
চক্ষু নিমিষক,          ৰহ বুলিকৰ
কৈলো তাৰ অভিপ্ৰায়।

মনে দুর্য্যোধন, নৃপতি তাহার,
আগতে দিলেক রায়।
অর্জ্জুনর জ্ঞানা, অঙ্গীকার ভৈল,
পার্থনা জীর সবর।
মহা শুদ্ধ পথ, অনুকূল কৃষ্ণ,
সখা ভৈল অর্জ্জুনর।
যদি জ্ঞানা তার, ভার্য্যা পুত্র আদি,
অন্তে জীর বধ হয়।
ভীমে নিন্দা জ্ঞানা, বোধে যুধিষ্ঠির,
ধনঞ্জয়ে গুরু নয়॥
ভকতির মাতৃ, দ্রৌপদী সুন্দরী,
মায়া বান্ধ কাটিলন্ত।
কৃষ্ণ আজ্ঞা অস্ত্র, ধরিয়া অর্জ্জুনে,
বিপ্র মুণ্ড মুণ্ডিলন্ত॥
গুরু শিক্ষা বোধ, তিক্ষ্ণতর অস্ত্র,
ভৈল দেখা আসি আরে।
মহা অহঙ্কার, গুচ্ছেতে বেতার,
এহি বোধে পারে কেবে॥
শুনা সাধুজন, তেজি আন জন,
কৃষ্ণর চরিত্র হয়।
ইহার শ্রবণ, কীর্ত্তন করয়,
সমস্তে পাতক ক্ষয়॥

মাধৱৰ পাৱে, ভক্তি শুদ্ধ ভাৱে,
এৰিয়া বিষয় ধান্দা।
হয়া একমন, কৰিয়া যতন,
ৰাম নাম গলে বান্ধা॥
বিষয়ৰ সুখ, দূৰো কৰি মুখ,
কৃষ্ণ নাম গাই মুখে।
যমৰ দুৰ্ঘোৰ, যাতনা তৰিবা,
মুকতি পাইবা সুখে॥
কৃষ্ণৰ চৰণে হৃদয় পদ্মত,
চিন্তিয়ো মনে সৰ্ব্বথা।
কৃষ্ণৰ কিঙ্কৰে, ৰচিলা শঙ্কৰে,
মহা ভাগৱত কথা॥
একচিত মনে, শুনিয়ো যতনে
নকৰিয়ো আৰ হেলা।
চাৰিৰ সংযোগে, এক ঠাই ভৈল,
অপেক্ষাৰো আৰ বেলা॥
পাৰিৰ অন্তক, কৃষ্ণৰ নামক,
সদায়ে নেৰিবা মুখে।
বৈকুণ্ঠ সম্পদ, হাতত লভিবা
পাইবা মুকুতিক সুখে॥
জানি বুধজনে, সাৱধান মনে,
নেৰিবা মুখত নাম।

আল জাল এৰি সমাজিক বেৰি
ডাকি বোলা ৰাম ৰাম ॥

---

## পদ ।

আত অনন্তৰে শুনা সভাসদ ছয় ।
পুত্ৰ ভাৰ্য্যা বন্ধু যত অনাথ নিশ্চয় ॥
হেন জানি সাধু সব কৃষ্ণ পাৱে ভজা ।
যাগ যজ্ঞ কৰ্ম্ম তেজি মাধৱক পূজা ॥
ক্ৰোণিক বোলয় কিবা হেতু লাঙ্গুত কটা ।
মহা দুৰ্ব্বিনয় দ্বিজ সিটো বৰ ঘণ্টা ॥
প্ৰকৃতি পুৰুষ যত জীৱক স্ৰজিলা ।
মহামায়া ঘোৰাঘোৰ মায়াক লাগদিলা ॥
লাঙ্গুত কটা ব্যাঘ্ৰ সংসাৰৰ জীৱ যত ।
ইষ্টো কথা কহো তাৰ শুনিয়ো মহত ॥
সংসাৰ বলত জীৱ পশু নিৰন্তৰ ।
বন্দি ভৈলা পৰি মাথা পাশে ঈশ্বৰৰ ॥
কলিযুগ অৰণ্যত জীৱ ভৈলা বাঘ ।
মহামত্তোৱালে হুয়া ফুৰে কৰি ৰাগ ॥
ইসব দৃষ্টান্ত যত জীৱত বুজিবা ।
সবে অৰ্থ আৰ আৰে দেহন্তে জানিবা ॥

ছয় গোটা শত্রু যিটো কহো প্রপঞ্চিয়'।
কাক বোলে ছয় শত্রু শুনা মন দিয়া ॥
ত্বক চক্ষু মন মুখ নাসিকা শ্রবণ।
গুরু শিক্ষা অস্ত্রে তাক কবিয়ো উচ্ছন ॥
কৃষ্ণব নির্গুণ আন কাহাক বোলয়।
যেত কৃষ্ণ কথা যশ নাম প্রকাশয় ॥
জগন্নাথ চবিত্র যথাত প্রকাশন্ত।
সেহিসে নির্গুণ সাধু সবেয়ো কহন্ত ॥
জগন্নাথ ভাগবত দিয়া পঠাইলন্ত।
বৰদোৱা গ্রামে জগদীশে কহিলন্ত ॥
বৰদোৱা থান মোৰ জানিবা নির্গুণ।
কহিলো ৰহস্য ভক্তি ভকতে নিপুণ ॥
আমাৰো জনম তাতে ভক্তৰে নিবাস।
মহা স্বধর্ম্মত তাত করিলো প্রকাশ ॥
যেন সূর্য্য উদয় হৈলেক পূর্ব্ব দিশে।
নাম সূর্য্য প্রকাশিলো গৈল দশোদিশে ॥
যাতো সেই ধর্ম্ম তাতে উৎপত্তি হৈলন্ত।
ভাৰতবৰিষ মধ্যে বৈকুণ্ঠ বোলন্ত ॥
ইহাৰ তত্বক আনে নজানন্ত কেহ।
একান্ত শৰণ এক গুৰু নাম দেহ ॥
যুগধর্ম্ম মহিমাত যতো নাম গাই।
নামত বিশ্বাস হৈলে মুকুতিক পাই ॥

শবণ ভজন ভক্তি যিজনে জানয়।
সৎসঙ্গ লভিয়া মুখ্য গুৰুক পাৱয়॥
জানিয়া ভক্তিয়ো দেয় দৈৱকী নন্দন।
লৈযো দৃঢ়মনে তান্ত একান্ত শবণ॥
কৃষ্ণে মোৰ আত্মা কৃষ্ণে সুহৃদ নিশ্চয়।
কৃষ্ণক ভজিলে অনুমাত্রো নাহি ভয়॥
যুগধৰ্ম্ম মহিমাত কতো নাম গাই।
ভক্তৰ পিড়ীতি সৎসঙ্গত বতি নাই॥
ভকতক বোলে যিবা হেতু চক্র পাণি।
শাস্ত্রত প্রসিদ্ধ ইটো আছে বেদবাণী॥
পৰম গম্ভীৰ অম্বৰিৰ মহামতি।
আশি বিধ কৃষ্ণ পায়ে কৰন্ত ভকতি॥
বলিকো দেখিযো আক মহন্ত গম্ভীৰ।
পৰম বৈষ্ণৱ যাক সম নাহি ধীৰ॥
ভকতিৰ বশে চক্রে থাকন্ত উপসি।
গদা ধৰি হৰি দ্বাৰ পাল ভৈলা আসি॥
চক্রপাণি বিষ্ণু ভকতৰ ভৈলা দৃষ্টি।
তাতে চক্রপাণি বুলি কৈলো নিস্তে নিষ্ট॥
ত্রৈলোক্যতো নাহি সম মহন্ত বিশিষ্ট।
জ্ঞানীতো কৰ্ম্মিতো কৰি ভকতি গৰিষ্ট॥
ভ্রমবৰ মধু যেন পাৰিজাত পাই।
মধু লোভে পুনু বৃক্ষক নেজাই॥

মধু ভৈলে হিম ৰূপে স্বামিক সেৱয়।
ভকত জনৰ হৰি বধু বুলি কয়॥
শুক্ল ভৈলা পাৰিজাত শিক্ষা তাৰ ফল।
ভকত ভ্রমৰা মধু ৰসিক সকল॥
সঞ্চৰে যাহাৰ ঘোড়া আকাশৰ পথে।
জিনিলন্ত জম্বুদ্বীপ ৰাজা একেৰথে॥
মহা ধৰ্ম্মশীল ৰাজা পৰম মহন্ত।
ৰথ খান শুনা তাৰ যি আসি ভৈলন্ত॥
দেহত ইন্দ্রিয়গণ যতেক আছয়।
ই সবকে ৰথ কৰি বুলিয়া কহয়॥
নাৰী সব ভৈলা সিটো ৰথৰ জুঁৱলী।
মনকে চাবুক কৰিলন্ত মহা বলী॥
আপোনাৰ মনগোট ভৈল ৰথ ধ্বজ।
প্রঘটিলা সাতো দ্বীপ যেন মত্ত গজ॥
পৰীক্ষিত নাম তাৰ ভৈলা যিবা হেতু।
বৈকুণ্ঠৰ খসাইলন্ত গৰুড়ৰ কেতু॥
পৰোক্ষ নাম পৰ্ষদ বৈকুণ্ঠে আছিল।
ধৰ্ম্মক ৰাখিবে মনিষ্যিয়ে পঠাই দিল॥
কলিত নিগ্রহি তাতে ৰাখিলন্ত ধৰ্ম্ম।
কি কহিবো তান মহা বিপৰীত কৰ্ম্ম॥
পৰিক্ষীয়া কলিত দেখিয়া মহা গুন।
প্রশংসে কলিক সাধ দেখি মহা পুণ্য॥

অধৰ্ম্মৰ গোষ্ঠি কলি ভৈল পাপ জন্ম।
ব্ৰহ্মাৰ পিঠিত যিটো আছিল অধৰ্ম্ম॥
সেই অধৰ্ম্মৰ পুত্ৰ ভৈল ইটো কলি।
গুণ দেখি তাক ৰাখিলন্ত মহা বলি॥
যি কাৰণে ধৰ্ম্ম তাতে বৃষৰূপ ভৈল।
ধেনুৰূপ পৃথিবীও যিবা কাৰ্য্যে হৈল॥
সত্যৰূপ ধৰ্ম্ম জাতো তাতে শুক্লবৰ্ণ।
ক্ষমা, দয়া সত্যশৌচ, পদ বিতোপন॥
বৃষৰূপ ধৰি ধৰ্ম্মো লোচক ভাগিলা।
মহাৰাজা পৰিক্ষীতো দেখিয়া চিনিলা॥
মহা ভাৰ পৃথিবীয়ে সহিবে নপাৰি।
ধেনুৰূপ ভৈলা পাছে তৈতে চন্দ্ৰ কৰি।
কাল বৰ্ণ কলিঘোৰ দুৰ্ব্বাৰ শৰীৰ।
গুন দেখি তাহাক ৰাখিলা মহাবীৰ॥
যাক বুলি কলি তাৰ শুনা অভিপ্ৰায়।
পাপকেসে বুলি কলি জানা সমুদাই॥
শুক ভৈল ৰাজা শুক শিক্ষা খাণ্ডা পাই।
তাক ধৰি ৰাজা তাক কাটিবাক যাই॥
হেন দেখি কলিৰ লাগিল গৰ্ভত্ৰাস।
শুক শিক্ষা অস্ত্ৰে মোক কৰিবে বিনাস॥
এক পাপী পুৰুষত লৰে গৈয়া ঠাই।
সাধু বৈষ্ণৱক কোনো ভাগ্য বশে পাই॥

অনন্ত বোলয় পাপে কৰো কোন কৰ্ম্ম।
কিন্তু মই মন্দ ভাগি ধীক পাপ জন্ম॥
শুণি শুণি পাব কিছু নপাৱয় পাপে।
বোলে আক নিকটত বৈবো কাব বাপে॥
শুক শিক্ষা দেখি পাপে কাম্পে তৰতৰি।
মাগিলন্ত থান মোত দান্তে তৃণ ধৰি॥
হেন দেখি মোৰ বৰ দায়া সম্পজিল।
তুতি নতি পাৱে পৰি বিস্তৰ কৰিল॥
হেন বিমবিধি তাক বুলিলো বচন।
শুন শুন পাপ তই পৰম দুৰ্জ্জন॥
নদহো তোহাক অবে শুন বোলো মই।
যত লাগে থান আবে লয় পৈয়া তই॥
যিটো হবি নভজে অধম দুৰাচাৰ।
বুলিলো নিশ্চয়ে তই পাৱে থাক তাৰ॥
আনৰেৰ পূজ্যে যিবা কাটে হাংস ছাগ।
অধৰ্ম্মকে ধৰ্ম্ম বুলি মানে মহাভাগ॥
পৰ অগে পীড়া যদি কৰয় দেহত।
জেন্তো বিভিচাৰ তাত কৰে নানা মত॥
এই পঞ্চ পাপীত থাকিবি পাপতই।
থাকিবাৰ ঠাই আবে দিলো তোক মই॥
পুনৰপি পাপে তুতি কৰিলা দুনাই।
বংশ মোৰ অধিক ইঠানে দুখুলাই॥

হেন দেখি ময়ো তাক বুলিলো বচন।
হবিক নভজে যিটো অধম দুর্জ্জন॥
কৃষ্ণৰ ভকতি পন্থ কৰয় উচ্ছাদ।
তর্ক শাস্ত্র গর্ব্বে ইষ্টে কৰি ফুৰে বাদ॥
স্ত্রী বুলি জানিবা তাকে সে ইটো ভক্ত।
মহা শুদ্ধ ধর্ম ভক্তি নাই সি সবত॥
শুনা তাতে ঠাই তোক দিলো পাপী বৰ।
পাপৰ কলিৰ জানা সেহি পটন্তৰ॥



## শুকদেৱ নাম ভক্ত

ৰাজাৰ দৃষ্টান্ত যত শুকতে বুজিবা।
কলিৰ যতেক দোষ পাপকে জানিবা॥
কলিৰ আছিল যত ৰাজ অলঙ্কাৰ।
ৰাজাক ভৰিয়া দেখি খসাইলন্ত গাৰ॥
শুকদেব নাম ভক্ত জানে যিটো নৰ।
পাপ অলঙ্কাৰে তেৰে বেৰে নিৰন্তৰ॥
পাপ বেৰে থাকয় অধৰ্ম্মে নৈৰে বাজ।
এতেকেসে কহিলোঁহো ভকতিৰ বাজ॥
হেন শুনি পাছে পাছে নৈৰ অন্তৰিল।
পাপীৰ শৰীৰে পৈয়া নিবাস কৰিল॥

নিগ্ৰহিয়া পাপক দেশৰ ৰাজ কৈলো।
মহা মুখ্য পদ আৰে ভকতক দিলো॥
কলিৰ দৃষ্টান্ত আৰে এহি মানে খণ্ডঁ।
ভাগৱত কথা শুনা আত পৰে কওঁ॥
সাগৰত থাকে যদি মহাৰত্ন হয়।
তেবেকি শামুকে তাত নকৰে আশ্ৰয়॥
ইসব দৃষ্টান্ত শুনা সমাজিক জন।
শুকক সাগৰ কহে নামেসে ৰতন॥
হীৰা ৰত্ন ভকতক বোলে দেখা আকে।
শামুক বুলিয়া কৈলো আন দেৱতাকে॥
শুক সমুদ্ৰত জানা বিয়াহ কলাই।
অন্য দেৱ পূজি ভৈলা শামুক পৰাই॥
মোৰ মহা প্ৰিয়তম ভক্ত সিটো আতি।
তথাপিতো দেখা তাৰ কেন ভৈলা শান্তি॥
বসুমতি ধৰ্ম্মক কৰিলা নমস্কাৰ।
চলি গৈল ৰাজা পাছে ঘৰ আপোনাৰ॥
ইটো পৰমাৰ্থ তত্ব এহিমানে গৈলা।
কৃষ্ণৰ কথা অমৃতক পুনু কৈবে লৈলা॥
কৃষ্ণ সূৰ্য্য নাম ধৰ্ম্ম কৰিলো উদয়।
লোকৰ খণ্ডিলো সংসাৰৰ দুখ ভয়॥
কৃষ্ণৰ একান্ত ভক্ত কৰিয়া নিস্তাৰ।
তেৱেসে বৈকুণ্ঠ যাইবা কৈলো সাৰে সাৰ॥

সবাকো জীয়াইলা মহা অমৃত ঔষধ।
হেন নাম মধমিয়া আত হোৱে বধ॥
অজামিল মহা পাপী যম দুতে নেই।
নাম লৈল মাত্র তাক বাখিলেক গই॥
নাৰায়ণ নাম দ্বিজে লৈলে যেতিক্ষণ।
যমৰ এৰাইলা হাত ছুৰিয়া বন্ধন॥
তাক মৰা বুলি দেখা নামে জীয়াইলন্ত।
ইদানীক সাক্ষী আৰে লৈয়ো ইঠানত॥
ৰঘুপতি ৰজকৰ শুনা কহো কথা।
গৃহে মৰি আছে ভক্ত দেখিলেক তথা॥
ভক্ত সমে আমি তাৰ গৃহে গৈলো লৰি।
সবেও দেখিলো সিটো আছে পৰি মৰি॥
ভক্ত সকলৰ নাম লৈয়া দিলা ডাক।
জাগিয়া বসিলা পাছে লভিয়া শ্লোক॥
দ্বিতীয় দিনৰ মৰা তভো সিটো জিলে।
নামৰ মহিমা বৰ সবেয়ো দেখিলে॥
সৌনকাদি মহা মহা মুনিগণ যত।
মধ্য কৰি সুতক যে আসন দিলন্ত॥
অপবিত্র সুত জেহো মহা অকুলীন।
চাৰিয়ো জাতিত কৰি সিটো বৰহীন॥
তথাপিতো শুক দেৱে তাক আদেশিলা।
ঋষি সমস্তয়ো তভো আশ্চৰ্য্য পাতিলা॥

ইঠারব ভক্ত সব ঋষি সম সব।
আমাক জানিবা সেই শুক পটন্তব॥
মাধব্ব বান্ধব্ব আদি ভকত আছয়।
একান্ত ভকতি কহি ছেদিলো সংশয়॥
শূদ্র বুলি লোকে মোক কবে উপহাস।
ব্রহ্মাবো বাঞ্ছনি জন্ম তাংকা কবে নাশ॥
কহিলো সমস্ত ইটো মোহোব ব্যবস্থা।
যাতে তাতে নকহিবা সাথে ইটো কথা॥
তাক পাইলে দৈবকীব পুত্রকো নোশুধি।
আমাত কবিবে লোকে ব্রহ্ম হেন বুদ্ধি॥
আপোনাকে মই আকে ভাঙিলো আপুনি।
নমানিবে ইটো দুষ্টে ইটো কথা শুনি॥
বুলিবেক শূদ্রে ইটো করে কৈব কথা।
দশম কন্ধক চাই দেখিয়োক তথা॥
বৃন্দাবন বিপ্র সব আক কংস দেখা।
ক্রমে শিশুপাল জবাসন্ধ লোরা লেখা॥
শ্রীমদে কৃষ্ণক নমানি ভৈলা অন্ধ।
নাবায়ণে দেখি তাব ছেদিলন্ত কন্ধ॥
কৃষ্ণকে নসহে দেখা আন কোন হয়।
স্বভাবে কলিব লোক মলীন নিশ্চয়॥
ইটো মানবীক কপ আমি আছো ধবি।
চাবি অস্ত্র হাতে লৈ যদি আসে হবি॥

তাহাকো নমানি যিটো পাপী বণ্ড।
আমাক মানিবেকিক পৰম পাষণ্ড॥
এহি হেতু মোক অংশ বুলিয়া কহিবা।
নিপুণ যিজন ভক্ত তাস্ত নভাগিবা॥
অপবিত্র বুলি জানা যৃতকে কহন্ত।
গুৰুৰ প্ৰসাদে তাৰা পবিত্ৰ ভৈলন্ত॥
ইদানীক অপবিত্র শুনা সৰ্ব্বজন।
মোহোৰ কৃপাত ভৈল ভকত গহন॥
মিৰী আহোম আদি ভোঁট যে যৱন।
কছাৰী সহিতে অপবিত্ৰ ছয়োজন॥
আত অনন্তৰে আক শুনা নিৰন্তৰে।
মহা মহা পাপ আক স্মৰণতে হৰে॥
পলাই মৃগ গোট যেন বিজুলী ছুটক।
তাৰ পাছ লাগি ৰাজা খেদন্ত ঘোটক॥
মায়া তাৰ ঘোটক ইন্দ্ৰিয় পশুগণ।
দেহকে অৰণ্য বুলি কহে সাধুজন॥
ব্ৰহ্মক লাগিয়া যদি জীৱ কৰে খেদ।
তাকেসে বোলয় স্বজনতো তত্ব ভেদ॥
মহা প্ৰেমযুক্ত হৈয়া পুছিলা নৃপতি।
কৃষ্ণ কথা পান কৰি ভৈলন্ত তৃপতি॥
ক্ষুধায়ে তৃষায়ে যিবা ৰাজাক পিড়ীলা।
গুৰুজনে সেই মনঃবাঞ্ছিত পুৰিলা॥

গুক মুখে পাঁয়া লোক কৃষ্ণ কথামৃত।
মোহ মায়া তৰয় হোৱয় কৃত্য কৃত্য ॥
গুক শিক্ষা স্মৰি তাতেসে নমাতিল।
ক্ৰোধে শৃঙ্গি বুলি জানা তাহাকে কহিল ॥
জ্ঞান মহা সাপক নৃপতি দিলা আনি।
মনে ভৈল তক্ষক যে কহিলো প্ৰকাশি।
ভিন্ন দেহা গোটাক বুলি আবে চাই।
গুক ভৈলা শুক মনে ছোৱা অবগাই ॥
চিন্তা মোহ জৰি জানা লোভে ভৈল দ্বিজ।
অঙ্কুশি আক্ৰোশ পুত্ৰ ভাৰ্য্যা বিষ বীৰ্য্য ॥
গৃহৰ অশুভ যত মিলয় কজ্জল।
খণ্ডিয়া বুলিয়া কৈলো ইসব সকল।
ৰাম নাম ঔষধক বৈদ্যে তাক দিলা।
জন্মেজয়ে আতি সম্ভ সএক পাতিলা ॥
অথৰ্ব্বেদ দ্বিয়া বিপ্ৰ যত মিৰন্তৰ।
গুক বুলি তাসম্বাক দিলো পটন্তৰ ॥
সংসাৰৰ তিনি তাপ ঐত ভৈল সাপ।
শুদ্ধ সত্ত্ব ধৰ্ম্ম ভস্ম কৰো মই পাপ ॥
গুক শিক্ষা শ্ৰৱণকে ধনু বুলি কয়।
ইন্দ্ৰকে ব্ৰহ্মাণ্ড বুলি জানিবা নিশ্চয় ॥
গুকবৰ শৰীৰৰ আছে পাপ যত।
নাম অগ্নি দহি ভস্ম কৰয় সতত ॥

সেই পাপ সর্প দেহে ব্রহ্মাণ্ডে আছিল।
নাম অগ্নি পায়া দুইকো দহিয়া পেলাইল ॥
সর্পকে ইন্দ্রকে যিটো নির্ভয় দিলন্ত।
বৃহস্পতি রূপে আসি হরে বাখিলন্ত ॥
এতেকে সে বারে বারে দেব ত্রিনয়ন।
আগম বিহিয়া ধর্ম্ম করিলা উচ্চয় ॥
পাষণ্ড সবর বঢ়ায়ন্ত গর্ব্ব মদ।
এতেকেসে মহন্তর বুদ্ধি করে ভেদ ॥
বৈষ্ণবর প্রতিবন্ধ তাতে সে আছয়ে।
পাষণ্ড মস্তক সদা বক্ষা করে হরে ॥
সমাজিক জন ইটো কথাক শুনিয়ো।
এক চিত্ত মনে হরি গুরুক ভজিয়ো ॥
মৃত্যুকালে পরিক্ষীতে পাইলা শুক লাগ।
পূর্ব্বজন্মর তার আছে মহাভাগ ॥
মণি মাধবর পারিষদ আছিলন্ত।
অহর্নিশে হরি পদ সদায়ে সেবন্ত ॥
একদিনা পরোক্ষ যে বৈকুণ্ঠে আছন্ত।
লক্ষ্মীক ক্রোড়ন্তে প্রভো ভৈতে দেখিলন্ত ॥
ক্রোধে লক্ষ্মী বোলে আর বোলো তোক।
কদর্থিলি পাপী কিক ভই আবে মোক ॥
হেন শুনি পরোক্ষর ধাতু গৈল উরি।
স্তুতি করি রহিলা তাহাত কর যোরি ॥

কৰিলা অনেক স্তুতি পৰি দণ্ডৱতে।
হেনয় কাকুতি তাৰ শুনি মনিমন্তে॥
লক্ষ্মীক বোলন্ত তয় কি কাম কৰিলি।
অনাদোষে ভকতক কিসক সাপিলি॥
মৰিমন্তে বোলে তোক দৈঁয়ো সুপন্থ।
যিটো ভাগৱত নাৰয়ণে কহিবন্ত॥
শুক হেন নাম মোৰ হৈবে জগতত।
মহা ভাগৱত গ্রন্থ পঢ়িবো ব্যাসত॥
তই জন্মি বিহি যাই পাণ্ডৱৰ ঘৰে।
গর্ভতে ৰাখিবে গদা ধৰি দামোদৰে॥
মহাপুৰুষক তৈতে পাবি দৰশন।
ভাগৱত প্রচাৰিতে মোৰ আছে মন॥
কৃষ্ণ দৰশনে তোৰ হৈবে সর্ব্ব সিদ্ধি।
ভাগৱত সাগৰত পাইবি নৱ নিধি॥
হুইবে পৰিক্ষীত নাম পৃথিবীৰ পতি।
দশোদিশে ব্যাপিবেক তোহোৰ ভকতি॥
তোৰ মোৰ সম্বাদত হিত হুইবে বৰ।
তাক শুনি লোকৰ গুছিবে কর্ম্ম জৰ॥
পাবি বৈকুণ্ঠক সিদ্ধি হৈবে তোৰ কাম।
তোৰ মোৰ চৰিত্রক গাইবে কৰি নাম।
এহি বুলি পৰোক্ষক মৌন হুয়া বৈল।
মনি মাধৱৰ কথা এহি মানে গৈল॥

অমৃত তোধীতি ইটো কথা মহা বস্তু।
সাধু সঙ্গ লৈয়া এবে কৰা সবে যত্ন ।।
দুর্য্যোধ কলিত তেবে তৰিবাহা সুখে।
সৎসঙ্গ লভিয়া নাম গাই স্তুৰা মুখে।
আত অনন্তৰ আৰ শুনিয়ো সম্প্ৰতি।
দ্বিতীয় কন্ধৰ কথা শুনা একমতি ॥
বিশ্বামিত্ৰ পৰাশৰ আদি মনিগণ।
জল বায়ু পত্ৰ মাত্ৰ কৰন্ত ভোজন ॥
কামিনী জনৰ মুখ পদ্ম সুললিত ॥
তাক দেখি তাৰা সবো হোৱয় মুহিত।
কোনবা কামিনী কাৰ মনক মোহয়।
যাক বুলি মুনি তাৰ শুনিয়ো আশয় ॥
জিতেন্দ্ৰিয় হবকো কামিনী মুহিলন্ত।
অনন্ত কৃষ্ণৰ মায়া কোনে পাৱে অন্ত ॥
ৰাম নাম ভাস্কৰ যে আদি ভক্তগণ।
তেসেম্বো অহিত মুনি শুনা সৰ্ব্বজন।
বেদ শাস্ত্ৰ তাৰা সবে জানে যত যত।
জল বায়ুপত্ৰ তাক বুলিয়া কহন্ত ।।
ভকতৰ কামিনী বুলিয়া গুৰুজন।
মুখ-পদ্ম বুলি কৃষ্ণ চৰিত্ৰ কীৰ্ত্তন ।।
ভকতৰ কামনাক গুৰু সে পুৰন্ত।
এতেকে কামিনী জানা গুৰু সে বোলন্ত।

শ্রবণ কীর্ত্তন আৰু কথা অনুক্ষণ।
পৰম অমৃত ইটো কথা বিজ্ঞাপন॥
ইটো সর্ব্বশাস্ত্র সাৰ ভকতৰ সর্ব্বস্ব।
অমৃততো মীক ইটো কৃষ্ণ কথা ৰস॥
দ্বিতীয় স্কন্ধৰ শঙ্কা এহি মানে খণ্ড।
ষষ্ঠ স্কন্ধ শঙ্কা কিছু আতপৰে কণ্ড॥
অজামিল ব্রাহ্মণৰ শুনা কণ্ড কথা।
পূর্ব্বজন্মে তেহো যিবা আছিলেক তথা॥
সুধামতি নামে জানা ভক্ত মহা দ্বিজ।
মহাশান্তি সুচ্চৰিত্র আছে ভার্য্যা নিজ॥
চতুর্থ হাজাৰ যুগ আৰাধিলা হৰি।
ভার্য্যা সমে দুয়ো মহা কষ্ট ব্রত কৰি॥
তাৰ পাছে প্রভো পাছে দেখাদিলা আসি।
বিপ্রক বুলিবে লৈল বাক্য হাসি হাসি॥
কিবা কার্য্যে আমাকে আৰাধ্য দ্বিজবৰ।
হেন শুনি বিপ্রে পাছে দিলন্ত উত্তৰ॥
অপুত্রক পুত্র দান দিয়ো নাৰায়ণ।
পুত্র দান দিয়া মন কৰিয়োঁ পূৰণ॥
তোমাৰ সদৃশ এক গুটি পুত্র হোক।
কৃপা কৰি হৰি দিয়া এহি দান মোক॥
হৰি বোলে আপুন পুৰিবো তোক কাম।
মৎস্য কূর্ম্ম নৰসিংহ আদি দশ নাম॥

ইসবর অংশে তুমি পুত্রক লভিবা।
মোর নিজ শক্তি নারায়ণত রহিবা॥
তাম্বুল স্বরূপে খাইবা দেখিবা আপুনি।
মোক পূজিবাক থৈয়া ভুঞ্জিবা ব্রাহ্মণী॥
তার এক গুবা থাকিবেক অবশেষ।
পূজিবি বিষ্ণুক তাক করিয়া বিশেষ॥
নব গুটি গুবা নপাই ওপজিবে কোপ।
ক্রোধ করি ভার্য্যাক যে দিবা পাছে শাপ
সনাতন সতানন্দ নামে রাম দাস।
হরি রাম স্মরণে অচ্যুতর বাস॥
লক্ষ্মী কমলাকান্ত একজন পদ্ম।
নব নামে নব খাইবে করি ছদ্ম॥
বয়সের গুবা আদি দিবি ঈশ্বরক।
তেবে পুত্র পাইবি নারায়ণ মাধবক॥
গো বধ ব্রহ্মবধ পাপ আছবিবি।
চুর করি ডকা দিয়া বেশ্যাক পূজিবি।
ধরি তোক যমদূতে বান্ধি দৃঢ় করি।
ডাকিবি পুত্রক তই নারায়ণ স্মরি॥
রাখিবেক তোক আসি চারি পারিষদ।
বৈকুণ্ঠক যাইবি তই তরিয়া আপদ॥
যথার্থ পতিত পাপী পরম দুর্ব্বোধ।
নারায়ণ নাম স্মরি হৈল সিটো শুদ্ধ॥

পাপৰ আগাৰ মহা পাতক দুৰ্ঘোৰ।
হৰিল সমস্তে নাৰায়ণ নামে চুৰ॥
ইটো পৰমাৰ্থ প্ৰসঙ্গৰ কথা গৈল।
অষ্টম স্কন্ধৰ শঙ্কা শুনা যেন ভৈল॥
শ্ৰৱণ কীৰ্ত্তন আক কৰা সৰ্ব্বদাই।
ভকতৰ পৰম সৰ্ব্বস আন নাই॥
শুনা সভাসদ পদ মহা অপৰূপ।
যত অৰ্থ গূঢ় শঙ্কা দেখিয়ো সেহত॥
তিনি তাপ বহ্নি ইটো সদা হৃদি দহে।
বন্দি ভৈল যত লোক পৰিয়া বিমোহে॥
ইন্দ্ৰে বুলিলন্ত যেনে ব্ৰহ্মাৰ আগত।
শুনা প্ৰজাপতি মোৰ কথা ভৈল যত॥
দেখা দেখা ব্ৰহ্মা মোৰ কেন দিন পাতি।
বোজাৰ ওপৰে যেন দিল আক আঁটি॥
ইহাৰ আশয় শুনা সমস্তে সমাজে।
অত পৰ্য্য কথা আক বোলে এহি কাজে।
কোন বোজা প্ৰজাপতি শুনা এক মনে॥
বেদে মোহ পাশ আক শ্ৰৱণ কীৰ্ত্তনে।
দেহ গোটে পাছি বোজা পুত্ৰ ভাৰ্য্যা হয়।
তিনি তাপে ভৈল আক আঁটিৰ আনয়॥
কাম প্ৰজাপতি দেৱতাকে ইন্দ্ৰিগণ।
মহা অজ্ঞান বোধ কৰে তিলকে উচ্ছন॥

হাতে নমাৰিয়া কাক মাৰিলন্ত জাতে ।
কহিলন্ত ব্ৰহ্মা যেন সবে দেৱতাতে ॥
ব্ৰহ্মা কৃষ্ণ যৱনক হাতে নমাৰিল ।
ভাণ্টা ভৈল মচুকুন্দ তাহাক বধিল ॥
গুৰু কৃষ্ণ শৰীৰৰ বাসনা যৱন ।
শিখা ভাত দিয়া তাক কৰিলে উচন্ন ॥
আপদে মগন হৈয়া যেন কোন জন ।
অধম ছাগৰো দেখা পখাজে চৰণ ॥
ছাগ ছিৰা জন আৰে শুনা তাৰ কথা ।
ব্ৰহ্মকে বুলিয়া ছাগ জানিবা সৰ্ব্বথা ॥
দেহত বিচাৰি আৰে দেখা সমস্তক ।
গুৰু পাৱে দিয়া চিত্ত দমিয়া মনক ॥
যিটো ঘৰ জন্মা ইটো তিনিয়ো একটা ।
তাৰ কথা কহো শুনা বাৰ যিবা বেটা ॥
প্ৰথমৰ ঘৰ জন্মা পুত্ৰ এক ভৈল ।
তাক নিয়া একজন ঘৰত ছুপাইল ॥
তাহাৰ তনয় আৰু ভৈলা অন্তৰে ।
সেহিমতে দিল নিয়া গৃহস্থৰ ঘৰে ॥
ধনে ধান্যে আঢ্যৱন্ত ভৈল সিটো পাছে ।
এক কুত্ৰ আধে ৰাখিলেক তাৰ কাছে ॥
তপ, জপ, যাগ তিনি ঘৰ জন্মা ভৈলা ।
এহি তিনি. বিধ আত্মজনানি সুখী কৈলা ॥

সেহি থাক মধ্যে এক শব্ব পখি আছে।
কথাবয় গৃধ্রে তাক হেন দেখি পাছে॥
সেই পথে এক বিপ্র চলন্ত হবিষে।
মাতিলন্ত গৃধ্রে যেন অমৃত ববিষে।
আমাব বচন শুনা তুমি দ্বিজবব।
এহি শব্ব মোট কেলি দিয়োক সত্বব॥
অমাতব মাত সবে কহো তোত আমি।
শব্ব অন্তবাই বাপ দিয়ো আবে তুমি॥
গৃধ্রব বচন শুনি বিপ্রে মনে গুণি।
পেলাইলা টানিয়া হাতে হেন শুনি॥
কহিলন্ত অমাতব মাত তেবে পক্ষী।
ইটো কথা আনত নকৈবা তুমি সখী॥
কহা যদি তেতিক্ষণে হইবে তযু মৃত্যু।
এহি বুলি গৈলা দ্বিজ কহি তাব হেতু॥
পকবা পিম্পবা আদি যত বাক্য ভাসে।
সবাবো মাতক সিটো কহে অপ্রয়াসে॥
একদিনা তাত পাছে পুছিলা ব্রাহ্মণী।
ইসব কথাব স্বামী কহিয়ো কাহিনী॥
পবম বিচিত্র ইটো কথা পাইলা কৈত।
কহিয়োক কথা ইটো শিখিলাহা কৈত॥
দ্বিজে বোলে কথা শুনা মোব প্রিয়া।
কহো কথা সত্যে তুমি আত মন দিয়া॥

কহিলো মাএকে মোৰ মৃত্যু হুইবে এথা।
সুমবস্তে ত্রাস লাগে কৈবো কিবা কথা।
হেন শুনি বিপ্র পাছে কৰি মন থিৰ।
এবাইবে নপাৰি চলি গৈলা নদী তীৰ॥
চিতা খান সাজিলেক অগ্নিক জ্বালিয়া।
বোলে যদি মৰো মই দিয়া তুলিয়া।
নদী পাৰ হৈয়া পাছে আইলা এক ছাগ।
কোনবা জন্মৰ তাৰ আছিলেক ভাগ॥
সিপাৰৰ পৰা তাক মাতিলন্ত ছাগি।
আমাক তেজিয়া তুমি গৈলা কৈক লাগি॥
আপুনি আসিয়ো বুলি ছাগ মাতিলেক।
পুনু গৈলে মোৰ জানা মৰণ হৈবেক॥
স্ত্রীৰ বচনে ইটো মৰে মন্দ ভাগি।
কেন কোন জনে কটা যাই গৈয়া মাগি॥
অদ্যাপিত খেদে গৈয়া ছাপবেক দিয়া।
নিন্দিল অনেক ছাগে তাহাক হাসিয়া।
ছাগৰ বচন শুনি বিপ্রে মনে গুনি।
তিনি গোটা কলিতাইক দিলা হেন শুনি॥
মোক প্রাণ দান বাপ দিলা তুমি আসি।
মই আবে কিবা দিবো বুলিলন্ত হাসি॥
কৰিলা মিনতি আক দণ্ডবতে পৰি।
তেতিক্ষণে তাৰ চিন্তি গৈল কণ্ঠজৰি॥

অনন্তৰে পখালিয়া চৰণৰ ধূলি।
মাঠাত চড়াইলা নিয়া পালোক-তুলি॥
আৰ অৰ্থচয় আৰে শুনা নিৰন্তৰ।
ইহাক শ্ৰৱণে পাই পাৰ সংসাৰৰ॥
যিবা কৰ্ণ কাস্তি বিপ্ৰে শৰ ঠেলিদিল।
সেই দ্বিজ বুলি শুনা গুৰুতে ঘটিল॥
বাসনাক শৰ বুলি শুনা সৰ্ব্বজন।
ইসব কথাৰ আৰে কহিয়ো কাৰণ॥
গুৰু সেউৰা বোধেসে বাসনা ক্ষয় যাই।
সখা গৃধ্ৰে ভুঞ্জি তাক কৰিলেক ঠাই॥
অমাতৰ মাত যত গৃধ্ৰে কহিলন্ত।
কৃষ্ণৰ নামক শাস্ত্ৰ মাতে. বুলিলন্ত॥
তৰ্পনাদি শুনা তাৰ যত ব্ৰহ্মচৰ্য্য।
তাকেসে পিস্পৰা বুলি শুনিয়ো আশ্চৰ্য্য॥
তহিৰ কথাক আৰে এহি মানে থওঁ।
ব্ৰাহ্মণ ব্ৰাহ্মণী যিবা তাৰ কথা কওঁ॥
মনক পুৰুষ বুলি স্ত্ৰী তাৰ বুদ্ধি।
কিনা ভৈল মহা বোধ কৰিলো শুদ্ধি॥
চিন্তাখান দেহ ইটো অনৰ্থৰ ঘৰ।
হেন দেখি ভৈলা খেদ মনে ব্ৰাহ্মণৰ॥
জ্ঞানে পাত্ৰ প্ৰেমে জল তাহাতে ভৰিলা।
সেহি জলে অজ্ঞৰ.ৰে পাদ প্ৰক্ষালিলা॥

মহামায়া প্রকৃতিকে বোলয় ছাগিণী।
পার ভৈল নদী সিটো ইন্দ্রিয়ক জিনি ॥
সংসারকে নদী কয় জানা সারে সার।
মাতিলেয়ো ব্রহ্ম দেখা নকরিলে পার ॥
ছাগ ছাগিনীর যত দিলো পটন্তর।
আপোনার দেহে দেখা বাস ইসবর ॥
কাল শত্রু কান্ধে কাক লৈলে কোনজন।
শুনা সভাসদ তার কহিবো লক্ষণ ॥
দেখা কৃষ্ণে সুদামাদি গোপক বহিল।
জিনিয়া কৃষ্ণক ভৈত কান্ধত চড়িল ॥
শত্রুক পারিয়ো আরে করিয়ো নিজত্র।
ভরিবা কলিত যেরে যথা নাম মাত্র ॥
ছয় ঊর্ম্মি মহা শত্রু জানা নিত্ত করি।
ইটো বৈরী সব ফুরে কান্ধে দিয়া ভরি ॥
যেরে গুরু শিক্ষা সিটো ধরে শুদ্ধ ভাবে।
সকল ইন্দ্রিয় তার এরিয়া পলাবে ॥
কুলন চরিত্র আরে শুনা দুর্জ্জনর।
পারে বন্দি কান্ধে চড়ে অধম পামর।
কহো মহা মুনি এক আছিলেক পূর্ব্বে।
মুমুক্ষক বিদ্যা দূর গৈলা ভৈক ভেবে ॥
মহা ধূর্ত্ত বিদ্যাজ্বরে ধরি ঋষি বেশ।
চাতু নাটু করি বাক্য বোলয় বিশেষ ॥

কৰন্ত কাতৰ ভান চৰণত ধৰি ।
নজানয় ঋষি তাক গৈলা ছল কৰি ॥
কপট বোলন্ত যত মানে আলোচিয়া ।
বুলিলা বচন ঋষি দায়ারে চাহিয়া ॥
সাধিবোহো কাৰ্য্য বুলি মনে কৰে ৰঙ্গ ।
তুমি কোন মুনি দেখো খোজা মোৰ সঙ্গ ॥
আলিঙ্গিয়া তাত পাছে ধৰিলা সাৰটি ।
সিটো বিদ্যাধৰ বৰ পৰম কপাটি ॥
সখি বুলি বিদ্যাধৰে তাক ধৰিলন্ত ।
হেন দেখি তাত পাছে বাক্য বুলিলন্ত ॥
তুমি আসা আৰে বসি কৰো দুয়ো ধ্যান ।
বসিলন্ত দুয়ো পাছে ব্ৰহ্মে দিয়া জ্ঞান ॥
যেবে ঋষি মন গৈয়া লাগিল ব্ৰহ্মত ।
তেবে বিদ্যাধৰে যাই চড়িলা কন্ধত ॥
দুৰ্জ্জনৰ ভাৱ কেন দেখিয়োক তথা ।
মুনি সকলক হেন কৰয় অবস্থা ॥
হৰি পূজা বস্তু যত ঋষিৰ আছিল ।
চাউল পাই তাক পাছে তাহাক ভুঞ্জিল ॥
সমাধি ভাঙ্গিল ঋষি তাহাতে পুছিল ।
আমাৰ তণ্ডুল সখি কেনে নেজানিল ॥
হেন শুনি বিদ্যাধৰে গলে ধৰি বান্ধি ।
অনেক কৰিলা স্তুতি আৰু কান্দি কান্দি ॥

ধ্যানত জানিলা পাছে তাব কথা ঋষি।
মোক ছল্ম কবে দেখো বিদ্যাধবে আসি॥
ঋষি মুহি ইটো বিদ্যাধব মহামন্দ।
মায়া কবি ঋষিৰূপে কবে চণ্ড বন্ধ॥
মোব কান্ধে চড়িবাব দিবো আজি ফল।
বাক্ষস যোনিক চল পাপীষ্ঠ নির্ম্মল॥
শুনিয়া সু ভুষ্ম পাছে তান পাৱে ধবি।
কবিবে লাগিলা স্তুতি কৃতাঞ্জলি কবি॥
দিয়ো শাপ অন্ত বাপ মোক মুনিবাজ।
মই মহা পাপীবব কবিলো অকাজ॥
কাকুতি দেখিয়া ঋষি ভৈলেক প্রসন্ন।
শুন বিদ্যাধব তই অধম দুর্জ্জন॥
মাবীচ নামত তই লঙ্কাত জন্মিবি।
বাম শবে পবি পুনু স্বর্গে চলে যাবি॥
ইহাক বিভাগ কবি·দেওঁ আবে লেখা।
আপোনাব শবীবতে সমস্তকে দেখা॥
গুৰু চলা কান্ধ শিক্ষা বাক্ষস শিষ্যব।
বিমবিষ কবি ছোৱা কথা গুঢ়তব॥
চাউল বত্ন মহাধন লভি গুৰু মুখে।
অপাব সংসাব সিন্ধু ভাবৈ মহাসুখে॥
হেন বস্তু পায়া গুৰু নিন্দে যিটো জন।
কান্ধে চড়া তাকে বুলি সেহিটো দুর্জ্জন॥

অবিশ্বাসে যিটো জনে গুৰুক পাৰয়।
পাৰে বন্দা বুলি তাক কহিলো নিশ্চয়॥
শুনা সভাসদ ইটো ভাগৱত মত।
ৰামকৃষ্ণ নাম সদা নেৰিবা মুখত॥
ৰাম কৃষ্ণ নামেসে চিন্তয় মায়া বন্ধ।
জানি নাম লয়ো সবে কৰিয়া প্ৰবন্ধ॥
সাধু সঙ্গ বিনে আৰু কহিতো নপাই।
এক চিত্তে ফুৰা নাম হৃদয়ে ধিয়াই॥
বিষয়ৰ যত সুখ এৰা মোহ পাশ।
কৃষ্ণৰ চৰণ মাত্ৰ কৰিয়া বিশ্বাস॥
দুৰ্ঘোৰ যাতনা দুখ সব মনে স্মৰি
হৃদয়ে চিন্তিয়ো সদা হেন মহা হৰি॥
পৰম অমূল্য ইটো হৰিভক্তি ৰত্ন।
সাধুৰ সঙ্গত আৰু কৰি লৈয়ো যত্ন॥
শ্ৰৱণ কীৰ্ত্তন ইটো ভকতি প্ৰধান।
সাধুসঙ্গ বিনে নাহি উৎপত্তিৰ থান॥
অনাদি জন্মৰ পাপ সংহৰয় নামে।
হেন নাম নলৈয়া মৰয় কোন কামে॥
অসাৰ সংসাৰ সুখে আতে মন মজি।
মায়া মোহে বন্দি ভৈলো তোমাক নভজি॥
চিত্ত থিৰ কৰি মন দিয়ো কৃষ্ণ পাৱে।
কাল অজগৰে মতু মতু ধৰে যাৱে॥

যাহাৰ মুখত ৰাম নাম প্ৰকাশয়।
যম কাল মায়া মৃত্যু কাকো নাহি ভয় ॥
কেন জানি যতনে তেজিয়ো আনকাম।
কৃষ্ণৰ কিঙ্কৰে কহে বোলা ৰাম ৰাম ॥

---

# ছবি।

আজ অনন্তৰে আৰে, শুনিয়োক কথা সবে,
সৰ্পৰ মুখৰ যেন কথা।
অম্ৰাৱতী পুৰে এক, আছিলেক বুঢ়া গোম,
বলিতাক যেন কৈল তথা ॥
মহামন্ত্ৰ বলি বৈদ্যে, কেটিক ভৰায়া তাত,
থৈলা মহাযত্ন কৰি বান্ধি।
সপুত্ৰ বান্ধৰে তৈতে, সুখে তৈতে ফুৰেচৰি,
দেখি সৰ্প মাতে কান্দি কান্দি ॥
শুনিয়োক কহো মুখ, আপদে উদ্ধাৰা মোক,
কৰা তুমি আমাক উদ্ধাৰ।
অনেক কাকুতি কৰি, বোলন্ত তাহাৰ আগে,
কৈত মিত্ৰ কেটিৰ আমাৰ ॥
কেটিৰ কাতৰ শুনি, কাটি বান্ধ তেতিক্ষণে,
কৰিলা তাহাক জেৰে বাজ।

অনেক দিনৰ ক্ষুধা পেতত মগনি জলে,
কামোৰ দিলেক গল মাজ ॥
সবংশকে খাইলে খেদি কৈলোকো বৃত্তান্ত তাৰ
গৰ্ত্ত পশি যত পাইল মানে।
সৰ্পৰ মূশৰ যত, কহিলোহো কথা ইটো,
দেহতে দেখিয়ো বিদ্যমানে ॥
ভকতেসে কেটিজান, ভৈলা বেদে আবৰণ,
আগমে ভৈলেক ৰজ্জু গাছ।
মহা ধৰ্ম্ম গোমময় আমি জানা মূশ প্ৰাই,
ইটো কথা কৈলো সাঞ্চে সাঞ্চ ॥
শক্তি তাৰ দন্তগণ, ফেটি কাটি কৈলা চয়,
গোম ধৰ্ম্ম ভৈলেক উদাস।
সেহি গোমে লাগ পাই, তেজ মাংস চুসি খাই,
শুদ্ধ সত্ত বৈল মোৰ বাস।
যিবা হেতু ভক্ত পেৰা, শুনা কহো তাৰ উৰা,
আনে ৰাখিবাকন পাৰন্ত।
শিব ভক্ত মহাবৰ, তেন্তে জানা পেৰা দৃঢ়,
হৰি হৰি অভেদ দুই হস্ত ॥
ভকতৰ ইন্দ্ৰিগণ, খাই সবে কৰে চয়,
হৰি ভক্তি গোম মহা চণ্ড।
যত দুষ্ট দুৰাশয়, পাষণ্ড সকল ছয়,
মৰ্দ্দি তাক কৰিলন্ত দণ্ড ॥

ইসব কথাক আৰে, শুনা সভাসদ সবে,
দিয়া হৰি চৰণত চিত্ত।
দিয়া মন আৰে আত, সংসাৰৰ পাপ যত,
শ্ৰবণ কীৰ্ত্তন কৰা নিত॥
প্ৰেম ভক্তি বজ্জু যত, নাম ভক্ত হৃদিগত,
গোমৰূপে পশিল ভিতৰ।
থাকন বাখন্তা এস্তে, দিয়া আক জানা তেন্তে
কৃষ্ণৰ সেৱাক শ্ৰেষ্ঠত্তৰ॥
শঙ্কৰ স্বৰূপে আসি, তান নাম ধৰি আৰে,
মুণ্ড ভাঙ্গি গোম মেলি দিলো।
হৰি ভক্তি মহাৰত্ন, প্ৰচাৰি সমস্ত লোক,
সংসাৰ সাগৰ পাৰ কৈলো॥
ককাই বুলিবাৰ হেতু, শুনা আৰে সব লোক,
সাক্ষী আমি দিকো ইসবৰ।
জাতো ধৰ্ম্ম শ্ৰেষ্ঠত্তৰ, ককাই নাম তেবে আৰ,
দেখা বৰ মহিমা নামৰ॥
ধৰ্ম্ম সমে সাজু ভৈলো, তাতে সাজি নাম কৈলো,
হয়ো আসি ভৈলো একস্থান।
নাম অমৃতক পীয়া, কলিৰ লোকৰ আৰে,
সাধিবেহো সবাৰে কৈল্যান॥
শুনা আৰে সৰ্ব্বলোক, কলিত সদগতি হোক,
কৃষ্ণ কথা শুনা এক চিত্তে।

হৃদয়ে কৃষ্ণক ধৰি, শুনা সবে কৰ্ণ ভৰি,
শ্ৰৱণ কীৰ্ত্তন কৰা নিতে ॥
হৃদয় পদ্মত সদা, কৃষ্ণৰ চৰণ চিন্তি,
ৰাম নাম অভেদ কৱচ।
ভকতৰ সঙ্গ পাই, ইটো আয়ুবাৰ্ধে যাই,
ৰাম নাম শাস্ত্ৰৰ ৰহস্য ॥
নমো নমো হৃদিশ্বৰ, দেৱ দেৱ মহেশ্বৰ,
ভকতৰ দুখহাৰী দেৱ।
তাতপৰ্য্য কথা ছবি, ৰচিলা শঙ্কৰে কবি,
কৃষ্ণৰ চৰণ কৰি সেৱ ॥
হুয়া আতি নিশবদ, শুনা সবে সভাসদ,
কৃষ্ণৰ চৰিত্ৰ কৰা সাৰ।
পৰোক পাপৰ দাম, ডাকি বোলা ৰাম ৰাম
হয়ো সুখে সংসাৰৰ পাৰ ॥

---

# ছবি।

ক্ষুধাৰ তৃষ্ণাৰ আৰে শুনা যেনে গুনা।
হুই সুই মনে গুনি আক সবে শুনা ॥
অনেক কালৰ খেদ যিহেতু আছিল।
লোক নিস্তাৰিয়া সেই ক্ষুধা সাম্ফলিলা

ভক্তি মৃত পান যাতো লোকক কৰাইলে।
তাতেসে ইহাক মই ক্ষুধা বুলি কৈলো॥
দেৱ দৈত্যে অমৃতক পাইলা যেন মতে।
প্রথমতে ধন্বন্তৰী উঠিলা মন্থনে॥
পৃথিবী সাগৰ ভৈল শুকে ধন্বন্তৰী।
ভাগৱত ঘট নাম মৃতে আছে ভৰি॥
মায়াযে মোহিনী দেৱে শুদ্ধ জীৱ যত।
যমৰ কিঙ্কৰে দৈত্যগণ ইথাৱত॥
যেন শুকে ধৰ্ম্ম আসি কৰিলো বেকত।
মাধৱ মোহিনী আৱে দেখা ইঠাৱত॥
ভাগৱত বিচাৰিয়া অমৃত মথিলো।
সেই নামমৃত মাধৱৰ হাতে দিলো॥
কৰাইবাহা বাপ তুমি সমস্ত লোকক।
নিশ্চয়ে বুলিলো ইটো কথা মাধৱক॥
ভকতক দেৱ বুলি মানিবা মনত।
পাষণ্ড সকলো দৈত্য জানিবা সাক্ষাত॥
অমৃত ন পাইলা দৈত্য আশা ভৈল ভঙ্গ।
পাষণ্ডে ন পাইলেক ভকতৰ ৰঙ্গ॥
যেন মতে হৰে হলা হলক ভুঞ্জিলা।
যোগ বলে বিষ দেখা নিৰ্জ্জান কৰিলা॥
সেহি মতে পাপময় বিষম বপুৰি।
ভকতৰ বাসনাৰ মাৰিলন্ত গুৰি॥

পাছে পাছে খেদে হৰি নাম মহাসিংহ।
মহা ভয়ে ত্ৰাস হয়া পলাই দিয়া বিম্ব॥
হৰি নামে খেদন্ত পাপৰ পুৰী নাই।
নামে লাগ পায়া পুৰি কৰিলেক চাই॥
যিমতে কৰিলা পান বিষদেৱ হৰ।
ইসব কথাৰ আবে সেই পটন্তৰ॥
তত্বুভক্ত গোবিন্দক খাইবন্ত সাপে।
তা,কা ক্ষয় কৰিবন্ত নাম মন্ত্ৰ যাইপে॥
হেন শুনি বিষ ৰাজা কৰিব ভোজন।
মহা নাম মন্ত্ৰ স্মৰি কৰিবে মোচন॥
হৰি নাম মহা অগ্নি আসি ভৈল হৰ।
হলাহল বিষৰ এহিসে পটন্তৰ॥
জিহ্বায়ে মন্দৰ প্ৰেম ভৈলন্ত বাসুকী।
তাত পাছে শুনা আক কথাক উৎসুকি॥
ইন্দ্ৰ শৰে পৰি যেবে মৰিলন্ত বলি।
বলৰ উঠায়া শুক্ৰে তৈকে গৈল চলি॥
দেখাবৰ আথান্তৰ মলিল বলিৰ।
লাগিল মনত দুখ দেখিয়া ঋষিৰ॥
আথে বেথে সঞ্জ মনি কৰিবে লাগিল।
কতো বেলি পাছে বলি উঠিয়া বসিল॥
কোন সঞ্জমনি ইটো নাম মহাবলি।
নাম লৈয়া যাই পাপী বৈকুণ্ঠক চলি॥

শুক্র পটন্তৰ আবে মোক হেন জানি।
মৃত্যুক তৰিবে লোকে ইটো বেদ জানি॥
ভকতকে বলি বুলি জানা সাৰে সাৰ।
সকলো শাস্ত্ৰৰ ইটো কহিলো বিচাৰ॥
পৰম অমৃতময় কথা ভাগৱত।
জাক জানি শুনি লোকে হোৱে কৃত কৃত॥
বটু বেশে প্ৰভো দেখা আছে কেন কৰি।
বলিৰ সম্পত্তি লীলা ছদ্মৰূপ ধৰি॥
শুক্ৰে যেন মতে বিশ্বজিত কৰিলন্ত।
বলিযো যিমতে অস্ত্ৰাৱৰ্তাক পাইলন্ত॥
স্বৰ্গ মৰ্ত্ত্য সমস্ত লোকক লৈলা জিনি।
এতেকেসে বিশ্বজিত বোলে তাক তিনি॥
ৰথ ধনু টোন বান আৰু ধজ গোট।
অগ্নিৰ মধ্যত উঠিলেক বৰ ছোট।
তনাই বণিক যেন শুক্ৰে উপাৰ্জ্জিল।
কুসুমকে শুক্ৰ বুলি পটন্তৰ দিল॥
তান্ত হন্তে দেখা আবে মোৰ জন্ম কৰ্ম্ম।
অগ্নিৰূপ জানা মোক প্ৰচাৰিলো ধৰ্ম্ম॥
ৰথধ্বজ টোন বান যিবা ধনুতাৰ।
চাৰিটি শৰণ ইটো দৃষ্টান্ত তাহাৰ॥
এহি চাৰি অস্ত্ৰ আমি দিলোহো তোমাক।
পাষণ্ডক জিনা আবে শুনা মোৰ বাক॥

বলিব দৃষ্টান্ত আবে আপোনাতে বুজা।
হৃদয় পদ্মত নিতে মাধৱক পূজা॥
বলিব দৃষ্টান্ত দিয়া কৈলো মাধৱক।
মোৰ পদ পাইল দেখা চাৰি শৰণক॥
শুক বিনে ধৰ্ম্ম পূৰ্ব্বে নজানন্ত কেৱ।
তান মুখে লোকে পাছে চিনিলন্ত দেৱ॥
কলিৰ লোকৰ আবে শুনা মোত বিনে।
নাই নাই তবনি নহোব একদিনে॥
শুক্রে বলিক যেন বুলিলন্ত তথা।
নিকম পৰিযা আবে শুনা তাৰ কথা॥
অনন্ত কন্দলি আদি কবি বিপ্র যত।
তাৰা সবে কৰে বাদ শাস্ত্ৰৰ গৰ্ব্বত॥
বামনক শুক্রে যেন দান দিবে নেদে।
বিপ্রসবো ভক্তি পন্থ নিন্দে অবিচেদে॥
শুক্র বুলি কহিলোহো যত বিপ্রগণ।
কৃষ্ণৰ ভকতি পথ বাধে সৰ্ব্বক্ষণ॥
বলি যেন মতে দান দিলা বামনক।
সেহি মতে বুজা ইটো কথাৰ তত্বক॥
কৃষ্ণৰ সেৱক যত ভকত মহন্ত।
ভক্তিৰ প্রদীপ বুলি মহাজনে দেন্ত॥
উৎস্বৰ্গীয়া যিবা জল বিন্ধ্যাবলী দিল।
সেহি জল পাত্র বেদ মাৰ্গকে কহিল॥

বিন্ধ্যাৱলী দৃষ্টান্ত সকলো মাধৱত ।
সেহি প্রেম জল জানা কহিলো সাম্প্রত ॥
ইটো তৈলা বস্তিক মাধৱ তুমি দিবা ।
অজ্ঞান আন্ধাৰ যত লোকৰ খণ্ডিবা ॥
ভক্তি কুশ লৈয়া চক্ষু ঘুষিবা বিপ্রৰ ।
ধৰ্ম্মকে বুলিবা কুশ দিলো পটন্তৰ ॥
সিটো নাগ পাশৰ কথাক শুনিয়োক ।
প্রেম ভক্তি বুলি তাকে সভাসদ লোক ॥
ভকতৰ বশ্য যিটো প্রভো ভগৱন্ত ।
সেহি প্রেম জৰিযে যশোদা বান্ধিলন্ত ॥
বিন্ধ্যাৱলী বামুনক কৰিলন্ত স্তুতি ।
ভৈলোহো তুষ্ট মই তোহাৰ ভকতি ॥
শুনা তোক বোলো আবে তোক বিন্ধ্যাৱলী ।
স্বামী ভাৰ্য্যা দুয়ো হেৰা মুখ্যক চলিলি ॥
বলিৰ হুইবেক আবে দ্রোণ বসু নাম ।
তান ভাৰ্য্যা ধাৰা হৈবে অতি অনুপাম ॥
সুতলত নিজৰূপে প্ৰজাক পালিবি ।
দুইবো অংশ শক্তি গৈয়া তহিত জন্মিবি ।
তপে তুষ্ট হৈয়া ৰাজা দুইকো দিবা বৰ ।
তৈৰ পৰা গকুলক আসিবা সত্বৰ ॥
বসু নাম গুছি পাছে হুইবে নাম নন্দ ।
বৈকুণ্ঠ সম্পদ বৰ লভিব আনন্দ ॥

তযু নাম ভিত পাছে যশোদা বুলিবা।
মহা পুৰুষক তুমি গৃহতে লভিবা॥
যিটো পদৰজ ব্ৰহ্মাদিয়ো নপাৱন্ত।
হাততে লভিবা তুমি হেন ভগৱন্ত॥
দৈৱকীৰ ঘৰে জন্মিবন্ত গৈয়া হৰি।
চতুৰ্ভূজ ৰূপে পুনু বামনৰ ৰূপ ধৰি॥
কংস ভয়ে বসুদেৱ থৈক তাঙ্ক নিয়া।
আনিবেক সলাই পুনু যোগ মায়া লৈয়া॥
ভাঙ্গিবেক দধি হাণ্ডি পটা পুত্ৰ হানি।
বান্ধিবা কৃষ্ণক তুমি প্ৰেম ৰজ্জু আনি॥
শুনি হেন বিন্ধ্যাৱলী স্তুতি বিনাৱন্ত।
মোক মহা মুখ্য দিয়া প্ৰভো ভগৱন্ত॥
হেন শুনি বুলিলা বামন বনমালি।
কৰিয়ো আনন্দ সতী তই মুখ্য পালি॥
বিন্ধ্যাৱলী বৰ আবে এহি মানে থওঁ।
শুনিয়ো ইসব কথা প্ৰপঞ্চিয়া কওঁ॥
সমাজিক জন আবে শুনা মন ৰঙ্গে।
একচিত্ত মনে বসি ভকতৰ সঙ্গে॥
বামনৰ বাক্য আবে সাক্ষলিবো আমি।
ইটো সব কথাক মাধৱ শুনা তুমি॥
আৰু কথা বুলিলা বামন দেৱ হৰি।
সেই কৃষ্ণ জন্মিব শঙ্কৰৰূপ ধৰি॥

কামৰূপে বড় দোৱা গ্রামে যাই।
তোবা দুয়ো যাইবা তত্তে বুলিলো দঢ়াই॥
সত্য সঙ্খ্যা কুসুম দুইবেক দুইবো নাম।
মোহোৰ প্রসাদে ভক্তি পাইবা অনুপাম॥
শঙ্কৰত হন্তে মুখ্য পাইবিহি নিশ্চয়।
হেনয় বৰক তোক দিলো আতিশয়॥
শুন বিষ্ক্যাৱলী আবে বোলো তোক আমি।
মহামুখ্য দাতা শঙ্কৰে সে স্বামী॥
মাৱ বুলি শঙ্কৰো তোমাক দিবে ডাক।
বৈকুণ্ঠক যাস্তে পাছে মাতিয়া যাইবেক॥
বামনৰ বাক্য আবে এহি মানে থওঁ।
যাক বুলি তিনি পদ তাৰ কথা কওঁ॥
তিনিও ত্রৈলোক্য বলি পাইলা তিনি পদ।
বামনক দিয়া পাছে এৰাইলা আপদ॥
ইটো তিনি পদ মই ভকতক দিলো।
সংসাৰৰ পাৰ কৰি বৈকুণ্ঠক নিলো॥
ভকতি মুকুতি সবে পাইলন্ত সম্বুধি।
শুকদেৱ নাম ভক্ত মহানৱ নিধি॥
শ্রৱন কীৰ্ত্তন ধৰ্ম্ম কৰে মহাসুখে।
ভকতৰ ভাগ্য কি কহিবো মোৰ মুখে॥
তাসম্বাৰ মুখ যেন মহা বিপৰীত।
নামক কীৰ্ত্তন কৰি তৰিবে কলিত॥

আন্ত অনন্তৰে শুনা কথা নিৰন্তৰে।
তাক পাছে দৰিশন ভৈল বিদ্যাধৰে॥
দৈত্য বেশ ধৰি পাছে ডকবাইল বেৰি।
মহাকোপে চাইলা মুনি সমাধিক এৰি॥
শুন বিদ্যাধৰ তই পৰম দুৰ্জ্জন।
অসুৰ যোনিক গৈ ভুঞ্জা পাপগণ॥
হেন শুনি বিদ্যাধৰে বিনাৱন্ত স্তুতি।
শাপ অন্ত দিয়া বুলি কৰন্ত কাকুতি॥
বলিৰ সভাত গৈ হুইবি মুখ্য দৈত্য।
দেৱৰ নিমিত্তে হৰি বধিবন্ত তৈত॥
মালি সুমালিনী মাল্যৱন্ত নিমিকাল।
সমৰ মাজত তোক মাৰিব গোপাল॥
কংসে কাল নিমি ভৈল চানুৰে সুমনি।
মাপিয়ে তোষল কৃষ্ণে মাৰিলা আস্ফালি॥
অধি মাল্যৱন্ত যিবা তাৰ নাম কেশী।
পঠাইলন্ত নাৰায়ণে যমপুৰে পশি॥
সবাকো বধিয়া কৃষ্ণে সাৰুপ্যক দিবা।
পৰম মুকতি পাই বৈকুণ্ঠে থাকিবা॥
সমাজিক জন শুনা থিৰ কৰি বুধি।
ইহাক শ্ৰৱণে সবে হুইবা মহা শুদ্ধি॥
হৰক মুহিলা যেন মতে নাৰায়ণ।
মহাধৰ্ম্মে মোহ ভৈলা দেৱ ত্ৰিনয়ন॥

দশ দিগ পালে যাৰ চৰণে উপাসে।
হৰো মহা যোগী কি কৰিব মায়া পাশে॥
মোৰ শুদ্ধ ধৰ্ম্মে মুহিলেক সমস্তক।
হৰৰ প্ৰকাৰ বুদ্ধি যাহা ভকতক॥
বিষ্ণু বুলি মাধে তুমি আত্মাকে জানিবা।
বৈকুণ্ঠৰ সুখ বৰ দোৱাতে দেখিবা॥
চৌধ ভুবনত হৰে কন্যাক খেদিল।
দশোদিশে মোৰ বৰ যশস্য উঠিল॥
উঠিলেক মোৰ আৰু আতি কীৰ্ত্তি যশ।
একান্ত ভকতে পান কৰে ভক্তি ৰস॥
অসমৰ দেশ কামৰূপ বেহাৰৰ।
ৰাজা প্ৰজা ভাগি সবে ভৈলা একত্তৰ॥
মোৰ কাৰ্য্য দেখি সৰ্ব্বলোক মোহ ভৈলা।
আৰু কীৰ্ত্তি যশ দিশ দিশান্তৰে গৈলা॥
পৰম দুৰ্লভ ভক্তি মায়া বুলি কৈলো।
দুখী দৰিদ্ৰকো মহা সম্পদক দিলো॥
অষ্টম কন্ধৰ কথা এহিমানে গৈল।
শুনা সমাজিক কথা আৰু যেন ভৈল॥
বেদেয়ো নজানে সীমা মহিমা যাহাৰ।
হেন বামনৰ বাক্য শুনিয়োক আৰ॥
যিসব বচন বিন্ধ্যাৱলীক বুলিলা।
তাক সাম্ফলিবে আবে মোহোৰ লাগিল॥

আমি জন্মিবাৰ পঞ্চদশ নাম ভৈল।
একেকতে মাতৃ মোৰ পৰলোক গৈল॥
ইসব কথাক মাধৈ থাকিবা আকলি।
বৈকুণ্ঠে যাহন্তে যাইবো বিদ্যাৰলী বুলি।
ইটো বৰ দোৱা মোৰ ক্ষেত্ৰ অনুপাম।
যাহাক স্মৰণে সিদ্ধি হোৱা মনস্কাম॥
হেন বৰদোৱা মহা গুণেৰ সাগৰ।
যাহাক আশ্ৰয় ভৈল ভক্ত নিৰন্তৰ॥
এহি হেতু বৰ দোৱা বুলিয়া কহিল।
বৈকুণ্ঠ সম্পত্তি আসি লোকৰ মিলিল॥
একদিনা ভক্ত সবে আছা দুখ মনে।
বোলে কোনে বঞ্চে জল নাহি ইটো থানে॥
হেন কথা ভক্তে আবে কৈলা মোৰ আগে।
গুচিবাক খোজো বাপ কৰা যেন লাগে॥
তাসম্বাক চাই পাছে বুলিলো বচন।
কৃষ্ণক আৰাধি বৰ মাগো এতিক্ষণ॥
হেন শুনি ভক্ত সবে কৈলা হৰিধ্বনি।
সেহি নিশা ভাগে জল ভৈলেক আপুনি॥
এহি এক অৰ্ণয় শুনিয়ো সভাসদ।
যাহাৰ স্মৰণে পায় বৈকুণ্ঠ সম্পদ॥
ইহাৰ মহিমা মই কি কহিবো আৰ।
যাক সেউৱা কৰি পাৱে সংসাৰৰ পাৰ॥

দ্বিতীয় অধ্যায় আবে শুনা সাধু সবে।
কৃষ্ণ সেৱা কৰা নিতে মোক্ষ পাইবা যেবে ॥
শিৱক পূজিয়া পিতৃ মোক্ষ লভিলেক।
সেহি গ্রামে লোক সব আছিল যতেক ॥
পুনু ভক্ত সবে তাতে পাৰ্থিলন্ত বৰ।
দুইবাৰ দোৱা নাম ভৈল গুৰুতৰ ॥
বাসনা সকল সবে কৰিলন্ত ক্ষয়।
শ্রৱণ কীৰ্ত্তন কৰি ভক্ত সমস্তয় ॥
বৈগুন কুবুদ্ধি সবে লোকৰ গুছন্ত।
এতেকে সে ৰবদোৱা বুলিয়া কহন্ত ॥
বৈকুণ্ঠৰ শক্তি ৰবদোৱা ভৈল আসি।
মহাধৰ্ম্ম শুদ্ধ তাতে কহিলো প্রকাশি ॥
যেন সূৰ্য্য উদয়ে চক্ষুৰ দেখে অন্ধ।
তেন মতে লোকৰ ছেদিলো কৰ্ম্ম বন্ধ ॥
সেই শম্ভুদেৱ আসি অৱতাৰ ভৈলো।
অষ্টম নামৰ শুনা অন্বয়ক কৈলো ॥
যাৰ ভাগি জীৱক অভয় দান দিলো।
ৰাজ মাৰ্গ পথক জীৱক দেখাইলো ॥
বাৰে বাৰে পৃথিবীৰ খণ্ডিলোহো ভাৰ।
ইবেলিসে গুৰুৰূপে ভৈলো অৱতাৰ ॥
এহি দশ নাম ৰবদোৱা ভৈল আসি।
ভাগৱত ধৰ্ম্ম তাতে কহিলো প্রকাশি ॥

শুনা সৰ্ব্বজন ইটো কথা মনোহৰ।
একমনে শুনি তৰা পাতক সাগৰ॥
জগন্নাথে ভাগৱত পঠাইলন্ত দিয়া।
জগদিশ মিশ্রে দিলে আমাক আনিয়া॥
তথাপিতো ব্রাহ্মণৰ ফুটিলেক আখি।
ব্রহ্মানন্দ সন্ন্যাসীত আক লৈয়ো সাক্ষী॥
ৰত্নাৱলী শাস্ত্র কণ্ঠ ভুষনত কৰি।
আমাক লাগিয়া পঠাই দিবন্ত সাদৰি॥
বদৰীকাশ্রমে আক উদ্ধৱ মহন্ত।
মহাবোমাৰক্ষে মোৰ বাৰ্ত্তা পুছিলন্ত॥
মনমেৰি গীতক গাইলন্ত মহাভাগে।
মোহোৰ বৃত্তান্ত কহিলন্ত তান আগে॥
অনেক ভকতি ভাৱে কৰি মহা স্তুতি।
পঠাইলা উদ্ধৱে কৰি অনেক প্রণতি॥
বহুত্তৰ বাদ কৰি কন্দলি অনন্ত।
স্বপ্নক দেখিয়া পাছে শৰণ লৈলন্ত॥
তথাপিতো বিপ্রে দেখা বিমোহিত হুই।
মোৰ কথা শুনি যেন গাৱে লাগে জুই॥
জয় জয় কৃষ্ণ জগতৰ আদি ভুত।
নৰৰূপ ধৰি ভৈলা দৈৱকীৰ সুত॥
কৰিয়া অনেক লীলা মনুষ্যৰ চলে।
তৰ্কিবে নপাৰে তাক কুবুদ্ধি সকলে॥

হেন পূৰ্ণ ব্ৰহ্ম কৃষ্ণ জগতৰ পতি ।
তাহান চৰণে কৰি শঙ্কৰে প্ৰণতি ॥
যশ বিস্তাৰিলা গকুলত অৱতৰি ।
তাৰ গুন চৰিত্ৰক শুনা কৰ্ণ ভৰি ॥

---

## দশম কন্ধৰ শঙ্কা কথা ।

### ভজন প্ৰকাৰে বুজা ।

দশম কন্ধৰ কথা শুনা সভাসদ ।
যাক শুনি পাৱে লোক পৰম সম্পদ ॥
আৰ অৰ্থ অদ্ভুত শুনিতে বিস্ময় ।
স্মৰণতে হোৱে মহা পাপৰ প্ৰলয় ॥
আশ্চৰ্য্যটো আশ্চৰ্য্য শুনি বিপৰীত ।
ব্ৰহ্মা হৰ অনন্তেয়ো হোৱয় মুহিত ॥
প্ৰথমতে দশ গোটা লক্ষণক শুনা ।
তাতেসে দশম বোলে আক মনে গুণা ॥
দৈৱকীৰ গৰ্ভে পূৰ্ণ ব্ৰহ্ম অৱতাৰ ।
নৱৰূপ ধৰি খণ্ডিলন্ত ভূমি ভাৰ ॥
এগোটা অন্বয় আক ইহাক বোলয় ।
আক দামোদৰ নাম শাস্ত্ৰতো কহয় ॥
দায়াময় সমস্তক কৰিলন্ত সম ।
এহিসে কাৰণে আক বোলয় দশম ॥

আত অনন্তুৰে কথা শুনা নিৰন্তৰ।
কোন মূৰ্ত্তি মৃত্যুকালে দেখয় যমৰ ॥
কোন যম দেখিয়া চেতন কাৰ হবে।
যাহাক বোলয় যম শুনা আতপৰে ॥
গৰিষ্ঠ মহন্ত যিটো মহা ধৰ্ম্ম ৰাজ।
সপ্তমনি পুৰে থাকে পাতিয়া সমাজ ॥
পাতকী সকলে তাক দেখিতে নপাৰে।
তান বাক্যে দূত পাপী নৰক ভুঞ্জাৰে ॥
বিংশতি অপাৰ ভুঞ্জে আছয় যাহাৰ।
তাৰে নাম যশ সিটো মহা অনিৰ্ব্বাৰ ॥
ঘোৰ মূৰ্ত্তি ধৰি সিটো হোৱে উপসন্ন।
মহাপাতকীৰ দেখি হৰয় চেতন ॥
মহা দূৰ পথ যিটো নেই যম দূত।
ঘোৰ যমপুৰী সিটো দেখিতে অদ্ভুত ॥
যিটো ভক্ত তৰি গৈল শুনা তাৰ কথা।
জয় বিজয়ত সাক্ষী দেখিয়োক তথা ॥
মাধৱৰ পাদপদ্ম নৌকা সাৰ।
অপ্ৰয়াসে তৰি গৈল দুৰ্ঘোৰ সংসাৰ ॥
এক দিনা চাৰি সিদ্ধ গৈলা সেহি ঠাই।
নজা নজা বুলি দুযো মাত্তে গেৰিয়াই ॥
লক্ষ্মীত্তো লপালে ঘাটি গৰ্ব্বে হয়া বন্ধ।
বুলিলেক চাৰি সিদ্ধ শুনা মহানন্দ ॥

অসুব যোনিক তুমো চন্দা এতিক্ষণ।
নিষ্ট কবি বোলো হেবা অধম দুর্জন ॥
সেসব দৃষ্টান্ত আবে অহিতে শুনিয়ো।
ব্যাস কলাইত যত সকলে দেখিয়ো ॥
মোব পদ সেউবা নৌকা পায়া তথাপিতো।
মায়ায়ে মুহিত হয়া ভ্রষ্ট হৈল সিটো ॥
বাম নাম বিনে আন নাহিকে বান্ধব।
নাম লৈলে বক্ষা আসি কবন্ত মাধব ॥
অনন্তবে শুনা সবে সমাজিক জন।
শুনা কৃষ্ণ কথা ইটো অমৃত সমান ॥
ভকতি আনন্দ সিন্ধু কৃষ্ণব চবিত্র।
কণ ভবি পান সদা কবা প্রতিনিতি ॥
সবে জ্ঞানময় ইটো কথা মনোহব
শুক দেবে কৈলা ইটো কথা সাবোত্তব।
যত দৈত্য দানব বধিলা দেব হবি।
আপোনাব দেহ মধ্যে আশা কবি ॥
কৃষ্ণ যিটো পুতনাব শুষিলন্ত প্রাণ।
সিসব কথাক আবে শুনা দিয়া মন ॥
তাইক মাবি জননীব গতি দিলা হবি।
ইহাব আশয় শুনা এক মন কবি ॥
পিতক দমিলো যেবে পুরুষ নিশ্চয়।
মহাঅহঙ্কাব দর্প হোবে তেবে ক্ষয় ॥

পিশাচীক বুধি মন আশাক ভেজিব।
পস্বন্যাদি ইবিসাকো সমস্ত্রে এবিব॥
দেহাক পৃথিবী বুলি সাধু সবে কয়।
পুত্র শস্য হয়া পাইবা মহাধর্ম্মচয়॥
প্রীতি কৰিবাক ভেবে ভকত সদাই
পূর্ণ হৈবে জীব্র গুরু শিক্ষা বোধ পাই॥
পৰম পদক পায নিসবক দমি।
পাৰে গুক সেৱা সুখ মনক নিযম্মি॥
পণ্ডিত পাতকী সিটো আছিল পূর্ব্বত।
পাছে গুক সেৱা দুগ্ধ পান কৰাইলন্ত॥
বন্ধ দুগ্ধ ভুঞ্জি সিটো জ্ঞান লভিলেক।
ক্লেশ তৃষ্ণা জিনি বহু কৈলে পূতনাক॥
কংস আজ্ঞা ভৈল গুরু মহাধর্ম্মগণ।
কর্ণে সুখে ভক্তে তাক কৰয় ভোজন॥
সৎসঙ্গ ভক্তিক সিটো কৰিলেক ৰক্ষা।
মন ৰাক্ষসীৰ কথা কহিলোহে সংখ্যা॥
পিশাচী বুধিক মনে নেবে সর্ব্বদাই।
মনক জিনিলে পিশাচীক জিনা যাই॥
ধর্ম্ম জীব দুই ঈশ্বৰত জন্মিলন্ত।
হৰি গুরু একে বস্তু ভিন্ন নাহি হন্ত॥
নিজ পিতৃ গুরু সঙ্গ দেখন্ত ভকতক।
ভকতৰ বন্ধু গুরু সংসাৰ তাৰক॥

ভকতৰ সঙ্গ ত্যাতো শুকসে দিৱন্ত।
জননীৰ গতি শুনা তাহাক বোলন্ত॥
শকটত বসিলন্ত শকট অসুৰ।
তাতে চৰণৰ আগে কৰিলন্ত দূৰ॥
ইসব কথাক আবে দেহ মনে দেখা।
ভাগ ভাগ কৰিযা তাহাৰ লৈয়ো লেখা॥
অনেক দুর্গম দেহ বিমার্গে পৰম।
গুৰু উপদেশে কাটি কৰা তাক সম।
কৃষ্ণ গুৰু আদি তাৰ বাসনা শকট।
অনাদি অসুৰ ভাঙ্গিলেক কটমট॥
গুৰু সেৱা কৰি মনে আশা কৰে দূৰ।
দেহ শকট মন দুর্জ্জন অসুৰ॥
মন পাপীষ্ঠক ৰাজা সকলে দমিল।
সেহি মহাজ্ঞানী সেহি শকট ভঙ্গিল।
মনৰ সঙ্কল্প যিটো তেজিল সমস্ত।
শকট অসুৰ তেবে কৰিলেক অস্ত॥
তৃণাৱৰ্ত্ত দৈত্য যেনমতে বধ যাই।
তাক বধ কৰি লোকে দুর্গতি এৰাই॥
কৃষ্ণে অহমম্ যিটো কৰিলেক দূৰ।
ইন্দ্রিয়ৰ বৃত্তিতো বশ ভৈল চুৰ॥
তিৰস্কাৰ অপমান আনো আছে যত।
তামসাদি গুছিবেক হুইবে মহাসন্ত॥

ত্রিভুবন পতি যিটো প্রভো ভগৱন্ত।
মহাশুক্ল ভয় পাছে তাহাক পাৱন্ত ॥
তিনিয়ো লোকৰ সুখ মিলে তাৰ মনে।
তৃণসম মুকুতিক কৰয় সিজনে ॥
এহি ছয় বিধি তৃণাৱৰ্ত্তৰ কহিলো।
ইন্দ্রিয়ক জিনিবাৰ উপায়ক দিলো ॥
চক্রবাত কিবা হেতু বোলে শুনা তাক।
ব্রহ্মাকো মুহিবে মায়া আৰু শুধা কাক
ছদ্ম বুধি যাৰ সৰ্ব্বক্ষণে নচাৱয়।
চক্রবাত বুলি তাক কহিলো আশয় ॥
বায়ু যেন শৰীৰত বেষ্টিত কৰয়।
বায়ু নাম তাতে তাৰ সাধু সবে কয় ॥
অসুৰাক বুদ্ধি যাৰ নচাৱে মনত।
চক্রবাত বুলি তাতে শুনিয়ো সাম্প্রত ॥
ইসব দমনে বশ্য হোৱে দেৱ হৰি।
ভকতকে চক্র প্রভো দেন্ত ৰক্ষ কৰি ॥
সেই চক্র ধৰি ভক্তে ফুৰে লীলা কৰি।
বলি অম্বৰিস দুইকো দিয়া আছা হৰি ॥
এহি দশ প্রকাৰে বুলি তৃণাৰ্ত্তক।
ইহাক জিনিলে পাই আত্মাত সুখক ॥

---

## ভজন—

নমো নমো কৃষ্ণ প্ৰভো দৈৱকী নন্দন ।
তোমাৰ চৰণে কৰো সদায়ে বন্দন ॥
যাহাৰ মায়াত মৃত্যু কাম্পে ভৱ তৰি ।
তৰয় সংসাৰ সিন্ধু যাৰ নাম স্মৰি ॥
দেৱৰো দুৰ্লভ নৰ তনু অনুপাম ।
হেন জন্ম পায়া আমি কৰো কোন কাম ॥
মোৰ মোৰ কৰি মৰে কিনু মহামন্দ ।
ৰাত্ৰি দিনে বিষয়ত কৰয় প্ৰবন্ধ ॥
কিনু মহামুঢ় সিটো পাতকী নিলাজ ।
পশু যেন বন্দি ভৈল ইটো গৃহ মাজ ॥
দুৰ্ঘোৰ সংসাৰ ইটো মহা অন্ধকূপ ।
আক পাৰ হুয়া লগাই ভকতি প্ৰদীপ ॥
কৃষ্ণ কথা বিনে নাই কলিত নিস্তাৰ ।
মহা পাতকীকো নামে কৰয় উদ্ধাৰ ॥
মহা পাপী অজামীল যাৰ নাম স্মৰি ।
বৈকুণ্ঠে গৈলেক যম যাতনাক তৰি ॥
হেন নাম নলৈ কিনু মহা মূৰ্খ ।
ৰাত্ৰি দিনে কৰো যত্ন বিষয়ৰ সুখ ॥
ইটো চিন্তা এৰি ভজা মাধৱৰ পাৱে ।
মহাকাল সৰ্পে আসি নতু ধৰে যাৱে ॥

শুনা সভাসদ লোক ইটো কৃষ্ণ কথা।
মিছা কাৰ্য্য চিন্তামনি নকৰিয়ো বৃথা ॥
হৃদয় পদ্মত কৃষ্ণ চৰণত ধৰা।
শ্ৰৱণ কীৰ্ত্তন ভক্তি সৰ্ব্বদায়ে কৰা ॥
নামক এৰিয়া কিসক কৰা আশ।
দিনে দিনে দেখা মৃত্যু ছাপি আসে পাশ ॥
নাম সম বান্ধৱত ৰে আন নাই।
ৰাম নাম হেন ইটো পৰলোক পাই ॥
কৃষ্ণৰ চৰণ বিনে নাহিকে তৰন।
একচিত্ত মনে কৰা শ্ৰৱণ কীৰ্ত্তন ॥
কৃষ্ণৰ চৰণ পদ্ম চৰণত ধৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥

## ডুলৰী।

কৃষ্ণ যেন মতে, মাটি খাইলা দৈত্ত,
শুজন প্ৰকাৰে মানা।
মহা শুদ্ধ ধৰ্ম্ম, মৃত্তিকা দৈত্যত্ত,
তাকে কৃষ্ণে খাইলে জানা ॥
শুক কৃপা কৰি, ভকতক দিলা,
মৃত্তিকা মহাধৰ্ম্মক।
শুনা কৰ্ণ ভৰি, একচিত্ত কৰি,
মৃত্তিকা বোলে দেহক ॥
জীৱ কৃষ্ণ তাক, ধৰ্ম্ম মৃত্তিকাক,
লভিয়া মুকুতি ভৈল।

মায়া মোহ তাৰ, সমস্তে নশিল,
মহা বোধে লাগ লৈল ॥
মাধৱৰ পদ, পদ্ম মনে ভঁচ,
বন্ধন চুৰ মায়াৰ।
মুকুন্দৰ পায়ে, ধৰি দৃঢ়ভাবে,
কৰিয়ো মায়া সংহাৰ ॥
এহি দশ গোটা, কৃষ্ণৰ মৃত্তিকা,
অন্বয়ৰ কথা গৈল।
কৃষ্ণৰ পৰম, নিৰ্ম্মল চৰিত্ৰ
স্তৱন বুলিয়া কৈল ॥
যিবা ফল স্তুতি, কিনিলন্ত কৃষ্ণে,
পসাৰীৰ শুনা নয়।
পাছি ধান্যৰত্ন, যিবা যিব ভৈল,
তাহাৰ শুনা আশয় ॥
হৰ মহাদেৱে, কলঙ্ক বিকিলে,
ভকতিৰ থাপ ধৰি।
তাতে আসি দৈত, দোকানী ভৈলন্ত,
কৃষ্ণ হাতে দিলা ভৰি ॥
নামৰ অন্বয় শুনা, যি পেৰা বান্ধিল,
তাহাক পাছি বোলয়।
বৈকুণ্ঠৰ ফল, আমোঘ আসিয়া,
বদৰী ফল নিশ্চয় ॥

আপোন দেহাৰ শক্তি গুণে কৃষ্ণে,
ধানুক হাতে লৈলন্ত।
সমস্ততে হিন, ভকতি যিহেতু,
তাতে তাই বুলিলন্ত॥
পূৰ্ণব্ৰহ্ম জাতো, দোকানী হুইল,
শক্তি গোট ভৈল বস্তু।
ভজন প্ৰকাৰে, ইহাক জানিবা,
কৰি দেহে দৃঢ় যত্ন॥
ইঠাৰত আৰে, আমাক দোকানী,
শুনা সভাসদ কৈলো।
ফল মুখ্যতম, ধৰ্ম্মৰ প্ৰসাদ
পাছে মুদা ভাঙ্গি দিলো॥
ফল ভক্তি বস্তু, অৰ্দ্ধে আদি কৰি,
ভকত সবে কিনিল।
শ্ৰবণ কীৰ্ত্তন, ধ্যান সেউবাবিনে,
লোকৰ পাপ দহিল॥
মোৰ দেহাপাছি, ভক্তি সবে বস্তু,
ধৰ্ম্মফল ভুঞ্জিলন্ত।
কফ বাত আদি দম্ভদৰ্প সব,
ফেলি দূৰ কৰি লন্ত॥
ইস মদ গৰ্ব্ব, দূৰ কৰি সবে,
দেৱক মনে ভজিব।
ফল গুৰু সেউৱা, দৃঢ় কৰি ধৰি,
সংসাৰৰ পাৰ হইব॥
ফল আৰো পাইব, তীৰ্থ ব্ৰত যজ্ঞ,
ইসব ফলটো থিক।

সমস্তে ধর্ম্মর, ফলক ভূঞ্জিলা,
পাইব সুখ একান্তিক ॥
ফল বুলি আক, সবি সবে কহে,
শুনা সবে সাবধানে।
এহি সবে দশ, ফল অষ্টক,
শুনিয়ো সবে যতনে ॥
কোন বৃন্দাবন, কৃষ্ণে প্রবেশিলা,
তাক থিব মনে শুনা।
দেহ বৃন্দাবনে, পশিলা ভকতি,
ধর্ম্ম কৃষ্ণ মনে গুনা ॥
বৈষ্ণবাদি যত, আছে শরীরত,
ছায়া মনে অনুমানি।
বৈর বুদ্ধি এরি, কৃষ্ণ পারে ভজা,
মন করি এক জানি ॥
বাসনা সকল, দূর করিবেক
এড়িবে মনে কপট।
বিষয়র সুখ, তৃষ্ণা আদি করি,
ভকতি করিবে নষ্ট ॥
বিষময় ইটো, পুত্র ভার্য্যাধন,
সমস্তকে পরিহরি।
যাদবের কৃষ্ণ, চরণে শরণ,
লৈয়ো মহাযত্ন করি ॥
বৃন্দাবন ভক্ত, শুক ধর্ম্ম হয়ো,
যার মাঝে প্রবেশয়।
বৈকুণ্ঠ সম্পত্তি, ব্রহ্মানন্দ সুখ,
জানিবা তাৰ মিলয় ॥

এহি দশ গোটি, নাম অন্বয়,
জানিয়া সবে ভজিয়ো।
তেবে বৃন্দাবন, প্রবেশিল সিটো,
ভজন আরে দেখিয়ো॥
বৎস অসুরক বিমতে বধিলা,
কৃষ্ণে করি মহা লীলা।
সিটো অসুরর, শুন যত আরে
দেহ মাজে প্রবেশিলা॥
বহু তাঙ্ক যত, বচন এবির,
করিব ভক্তি বিশেষ।
গুরু পারে মন, দিয়া সর্ব্বক্ষণ,
করিয়ো চিত্ত প্রবেশ॥
বৃক্ষ শিক্ষাময়, ইন্দ্রিয়ক দমি,
মনক করিবে থির।
বীর বুলি তাক, জানা বুধজন।
ধর্ম্মলাভ ভৈল বীর॥
বিপন্থ বিমার্গ, এরি হোয়ে তেবে
কৃষ্ণর সেবাত রতি।
বাঢ়ে ভক্তিগণ, হোয়ে শুদ্ধ মন,
কৃষ্ণত মিলে ভকতি॥
বামনাদি শাস্ত্র, মর্ত্তক তেজিয়া,
কর্ম্মক করিবে নাশ।
বাহন নৌকাত, চরিয়া তেখনে,
পাইবেক তার আপাস॥
আসুরীক বুদ্ধি, মনে দূর করি,
ভজিব কৃষ্ণর চরণে।

এহি ভাবে বৎস, অসুৰ জিনিল
শুনা সবে থিৰ মনে ॥
কৃষ্ণ ভৈল-ধৰ্ম্ম, আমি গুৰুৰূপ,
বধাইলো পাপ অসুৰ।
ইটো দশ গোটা, বৎসৰ আসল্ল,
বধ গৈল বৎসাসুৰ ॥
আৰু বকাসুৰ, বধিয়ো লোকাই,
গুৰু শিক্ষা খাণ্ডা ধৰি।
ইহাৰ দৃষ্টান্ত, কহিবো সকলে,
ইটো কথা হিতকাৰী ॥
বক্র বুদ্ধি সদা, মনত নেদয়,
অহম্বুধি শৰীৰত।
বীৰভদ্রে যেন, বিপক্ষ জিনিলা,
দেখা আৰু চতুৰ্থত ॥
বানক প্রহাৰি, শত্রু সমস্তক,
যেন নিপাতিলা কন্ধ।
বান অস্ত্র হৰি ভক্তিক প্রচাৰি
বধিয়ো কৰি প্রবন্ধ ॥
বাসা ঘৰ যত, জানিবা দেহত,
পাপৰ পৰ্ব্বত ঘোৰ।
কবিবাক ঠাই তাকে সবে পাই,
নাম বলৱন্ত মোৰ ॥
বাৰুণী সুৰাক, পান কৰি যেক
অসুৰ উন্মত্ত ভৈল।
বজ্র বুধি চোৰ, হটো ঘোৰা ঘোৰ
মন ভেল মতোৱাল ॥

বাসনারে ধর্ম্ম, দূর করৈ কর্ম্ম,
তবে মাধবর পারে।
গুরুর চরণে, পশিয়ো শরণে,
ভজিয়ো সুদৃঢ় ভাৱে॥
বকাসুর বধ, শুনা সর্ব্বজন,
যার ইটো বধ গৈল।
কৃষ্ণ পারে মন, দিয়ো সর্ব্বক্ষণ,
বক জেবে বধ কৈল॥
কৃষ্ণ জানা গুরু বক বুলি পাপ
ভকতর অন্তরাইলো॥
গুরু রূপে তাক পাপ বাসনাক,
ব্রহ্মাণ্ডর বাজ কৈলো॥
অঘর মুকুন, জীৱর তৰণ,
কহো আবে শুনা বুধ।
আক্রোসক যিবা, জিনিয়া আছয়,
হোৱে তার চিত্ত শুদ্ধ॥
আসকতি ভ্রান্তি, এরি বিবাজনে,
আশা সব করে দূর।
কহিলো ইহাক, শুনা সমাজিক,
হোৱে মদগর্ব্ব চুর॥
অত্যান্তিক সুখ, কৃষ্ণপদ সেৱা,
পাইবেক গুরুর সঙ্গ।
আপদ এরাই, পাইবে পরম্পদ,
আশাক করিয়া ভঙ্গ।
অজ্ঞান আন্ধারে, নাম হোৱে জেবে,
দূর করে আত্ম বুদ্ধি।

আলাস তেজিয়া, হৰিক ভজিয়ো,
চিত্তক কৰিয়ো শুদ্ধি ।
এহি দশবীৰ, আৰ আপা এৰি,
কৰিয়োক তাক বধ ।
ভজন বুলিয়া, কহয় ইহাকে,
শুনা সবে সভাসদ ।
ধৰ্ম্ম-কৃষ্ণ জানা, আক্ৰোশ অঘক,
মাৰিলা তাক সমস্ত ।
ভকত সবক, মুক্ত দিয়া আমি,
পাপৰ কৰিলো অন্ত ॥
শুনা সভাসদ, হুয়া নিশবদ,
মৰণ আগে নেদেখা ।
কাল ব্যাঘ্ৰ দেখা, চুলে ধৰি আছে,
সম্প্ৰতে তাহাক দেখা ॥
ইটো তনুবস্তু, সেহুৰে ন পাই,
দেৱৰো বাঞ্ছনি জন্ম ।
ভাৰত বৰিষ, কলিযুগ নাম,
গুৰু সেউৱা অনুপাম ॥
কৃষ্ণক খাদয়, পদ্মত ধৰিয়া,
ফুৰা ৰাম নাম গাই ।
তেবে সে সংসাৰ, তৰিবাহা সুখে,
যমৰো এড়াইবা দাই ॥
কৃষ্ণৰ ভকতি, পথন্ত আপুনি,
সহায় হন্ত ঈশ্বৰ ।
শ্ৰবণ কীৰ্ত্তন, কৰিবো কলিত,
বিঘাত হোক পাপৰ ॥

কৃষ্ণৰ চৰণ, চিন্তিয়া সদায়ে,
ধৰিয়ো হৃদয় মাজ।
দিনে দিনে দেখা, ডুবিয়া আসিল,
আৰো চিন্ত আনকাজ॥
বাল্মীকি দুৰ্ঘোৰ, আছিলন্ত চোৰ,
পাতকী দ্বিজ অধম।
হেনয় পাপীয়ো তৰিলেক দেখা,
নাই পাপী যাক সম॥
হেন প্ৰাণবন্ধু, মাধৱৰ নাম,
কেনে হেনকৰা জানি।
পৰম বান্ধৱ, সবাৰো ঈশ্বৰ,
ভজাদেৱ চক্ৰপানি॥
ভকত গুৰুক, কৰা কৰ্ণধাৰ,
কৃষ্ণপদ মহানাৱ।
ধৰা দৃঢ় কৰি, একচিত্তে ধৰি,
জানিয়া নামক গাৱ॥
প্ৰভো হেন কৰা, আপোনা নিস্তৰা,
এৰা সবে আল জাল।
বিষয়ৰ আশা, দূৰ কৰি সবে,
হেৰা আসি পাইলে কাল॥
হেন জানি আৰ, কৰিয়া যতন,
এৰা ভাষ ভুষ কাম।
কৃষ্ণৰ কিঙ্কৰে, বছিলা শঙ্কৰে,
ডাকি বোলা বাম বাম॥

---

# ব্ৰহ্মাৰ মোহন স্তুতি।

ব্ৰহ্মাক মুহিলা যিটো দেৱ ভগৱন্ত।
তাকে সাধু সবে জানা ভজন বোলন্ত ॥
কৃষ্ণক বুলিয়া শুক ব্ৰহ্মা ভৈলা ভক্ত।
ভকতৰ চিত্ত শুক মুহিলেক যত।
দৈৱ বুদ্ধি বৈগুনাদি দুইকো প্ৰথমতে।
সকলো ইন্দ্ৰিয় বশ্যা হোৱে ভজনতে ॥
বাক্যে কৃষ্ণকথা কহে দমিয়া মনক।
দেৱ বুদ্ধি কৰি ভক্তে ভজয় কৃষ্ণক ॥
ব্ৰহ্ম হেন কৰি শুক ভজিলেক যেবে।
নামকো ভজিবে মনে ব্ৰহ্ম কৰি ভেবে ॥
ব্ৰহ্ম বুলি ভকতৰ ভজিবে চৰণে।
তেবে মন মুহিবেক শুক ধৰ্ম্মগণে ॥
কৃষ্ণৰ অসংখ্য মূৰ্ত্তি চতুৰ্ভুজ ৰূপ।
ব্ৰহ্মাদেৱে দেখিতাক ভৈল মহাচুপ ॥
কৃষ্ণৰ অদ্ভুত গুণে ভৈল সিটো মূৰ্ত্তি।
জীৱৰ কাৰুণ্য খেদে বুলি ব্ৰহ্ম ভূতি ॥
চৌবিছ তত্ব ইটো গোপ গৰু নিৰন্তৰ।
দেহা গোট দেখা ইটো গিৰিৰ গহ্বৰ ॥
যিবা মায়া কৰি ব্ৰহ্মা গৰু গোপ থৈল।
মোহ অহঙ্কাৰ দ্বেষ শুনা তাক কৈল।
পাপশিলা খণ্ডে আৰে বাকি ইন্দ্ৰিয়ক।
শৰীৰ আত্মাক বুলি জানি সমস্তক।
ব্ৰহ্মা মহা মুকুত্তম ভকত মহন্ত।
যতেক কৰিলা স্তুতি তাহৰো নাই অন্ত ॥

চাৰি শৰণৰ গুনে ভৈলা চাৰি মুখ।
ভজনে আৱৰ মুখ দেই যাতো সুখ॥
ব্রহ্মাণ্ডৰ লোক সবে এহি ধৰ্ম্ম পাই।
চৰাচৰ স্তুতি বুলি কহিলোঁদেখাই।
ব্রহ্মাৰ মোহন স্তুতি আশেসে বোলয়।
ভকত সবক যাতো মুহিলো নিশ্চয়॥
যেন মতে কৃষ্ণে তাল ফলক ভুঞ্জিল।
গোপ সকলক কৃষ্ণ আক বাটি দিল॥
তালৰ লক্ষণ আবে শুনা সভাসদ।
দেহ মধ্যে বুজি তাৰ সংসাৰ আপদ॥
অমূল্য ৰত্নৰ পেৰা যি পূৰ্ব্বে আছিল।
তাল বৃক্ষ পটন্তৰ তাহাকে কহিল॥
গুৰু ব্রহ্ম ভৈলা তাল বৃক্ষৰ পৰাই।
মহাধৰ্ম্ম ফলৰস ভক্ত শিশু খাই॥
গুৰু বিনে ভকতে আনত নেদে মন।
ইসব প্রকাৰ সবে জানিবা ভজন॥
যতেক ইন্দ্রিয় ইটো ধেনুকৰ নয়।
গুৰু কৃষ্ণ ভক্ত দিয়া বধিল নিশ্চয়॥
ত্রাস ভয় যত মনে সবে দূৰ কৰি।
ভজিবে দেৱৰ পাৱে মহা যত্ন কৰি॥
পাতক তৰিবে মহা সংসাৰৰ তিনি।
ভজিবো কৃষ্ণৰ পাৱে ইন্দ্রিয়ক জিনি॥
তামসাদি সমস্ত ইন্দ্রিয় জিনিবেক।
ভক্তি ৰস ভুঞ্জিবেক ভকত যতেক॥
পাক্ষ ভাৰযায়ে এহি তালৰ কথা গৈল।
পুনু ধেনুকাৰ কথা কহিবাক লৈল॥

শৰীৰৰ ধেনু যত আছে পুৰুষৰ।
গুৰুশিক্ষা অস্ত্রে কাটিবেক নিৰন্তৰ।
ধাৰণাদি যোগে তাতে নকৰিবা ৰতি।
গুৰু-পাদ-পদ্মত মাত্র কৰিবাহা মতি॥
এই পাঞ্চ প্রকাৰে ধেনুক মাৰে যাই।
দেৱৰ চৰণ ভজিবেক সর্ব্বদাই।
ইন্দ্রিয় দমনে ধেনুকৰ বধ বুলি।
ধৰ্ম্ম লভি তালফল ভুঞ্জিবে সমূলি।
যেন মতে কৃষ্ণে হ্রদ নির্ম্মল কৰিলা।
মহাবিষধৰ কালি তাকো গতি দিলা॥
ক্রোধ সব শৰীৰত আছে যত যত।
গুৰু ভক্তি ক্রোধ কালি কৰিবেক হত॥
কৃষ্ণ গুৰুৰূপে ক্রোধ কালিক বধিল।
দেহৰ বিকাৰ সব নিকালি খেদিল॥
দেহহ্রদ মধ্যে মহাকালি লৈলা বাস।
গুৰু ধৰ্ম্ম লাগ পাই কৰিলে বিনাশ॥
নাগ-পত্নী প্রায় যত ভকত সকল।
কদম্বকে কল্পতৰু গুনা মহাবল॥
কালিৰ শিৰত যিবা বৈল চিহ্ন পঞ্চ।
চাৰি শৰণৰ শক্তি তাৰ মাথে সাঞ্চ॥
দেৱক ভজনে ভৈল, আৰু সাঞ্চ যাই।
গুৰু ভজনেসে ঐকান্তিক সুখ পাই॥
যি সব ৰুধিৰ কালি মুখে ভৈলা বাজ।
সেই বিষণৰ দেখা বিষৰ সমাজ॥
ক্রুৰবুদ্ধি এৰি যিটো হৈবে চিত্ত শুদ্ধি।
দেৱক ভজিলে দূৰ কৰিবে বিশুদ্ধি॥

কাম ক্রোধ জিনি হুইব নির্ম্মৎসৰ।
কোপ ছয় এৰি সেউৱা কৰিবে কৃষ্ণৰ॥
কৰ্ম্মমল চিন্দে আৰু আছে যত যত।
কপটিক বুদ্ধি ছয় গুচিবে সমস্ত॥
কাটিবেক গুৰু শিক্ষা অস্ত্রে সমস্তক।
দহিবেক জ্ঞানা ভেবে কালি পাপীষ্ঠক॥
এই দশ প্রকাৰে কালিক জিনা যাই।
মজলয় মন ভেবে গুৰু সেউৱা পাই॥
নাগ পুত্র প্রায় সংসাৰৰ জীৱ যত।
ইন্দ্রিয় সকল কালি ফনা বুলি তাত॥
বিষময় হ্রদ সিটো ভাল নিৰন্তৰ।
মজন্মৰ বাটনাৱে জল পটন্তৰ॥
চৌবিশ তত্ব গোপ গৰু বুলিয়া কহিল।
বিষয় বাসনা জল ভুঞ্জিয়া মৰিল।
জীৱ সব নাশ ভৈল সেহি পানি খাই।
জীয়াইলন্ত গুৰু নামে অমৃত পীয়াই॥
আৰু বনাগ্নিক কৃষ্ণে কৰিলন্ত পান।
তাৰ কথা কহো আবে শুনা যেন থান॥
ইটো তিনি তাপ সংসাৰেৰ মহা বহ্নি।
সেহি দুখে পৰিয়াতে মৰে সবে প্রাণী।
সেহি অগ্নি পান কৰি গুৰুদেৱ হৰি।
ইন্দ্রি গোপ গোপী দেহে আছয় আবৰি।
কৃষ্ণ গুৰু বণাগ্নিৰ ভৈল তাপ ছয়।
ভকতৰ তাপ সব কৰিলন্ত ক্ষয়॥
বাসনা অগ্নিক মনে গুৰুক ভজিয়ো।
বিষয়ক তেজি মায়া জাবিক চিন্তিয়ো॥

বিষ্ণু যাসা নৈল আসি তাহাৰ হৃদয়ে ।
এহি পাঞ্চ অন্বয়ক কহিলোহো এহি ভাৱে
প্ৰীতি ভাৱে কৰিবন্ত ভকতৰ পাৱে ।
তেবেসে হৈবন্ত শুদ্ধি ভজি এহি ভাৱে ॥
প্ৰীতি ভাৱে ভজি মন হুইব শুদ্ধ চিত্ত ।
শ্ৰবণ কীৰ্ত্তন ভক্তি কৰিব সতত ॥
মুঞ্জবন মায়াতাক দেখিয়ো সম্পত্তি ।
মোহ মায়া এৰি কৰা কৃষ্ণত ভকতি ॥
মোহে বন্দি হুয়া ফুৰে ঘোৰ সংসাৰত ।
মধুমতি মায়া সব তেজিয়ো সাম্প্ৰত ॥
মাংসপুঞ্জ শৰীৰৰ এৰা ভাৱ আশ ।
গুৰুৰ চৰণ মাত্ৰ কৰিযো বিশ্বাস ॥
চাযাবাক্য গুৰুক যে বুলিয়ো কপট ।
তাক এৰি ভজা সবে গুৰু চৰণত ॥
মোহ মায়া এৰি ভজা কৈলো সভাসদ ।
কৃষ্ণক ভজিলে পাই বৈকুণ্ঠ সম্পদ ॥
হেন জানি সৰ্ব্বজনে শুনা মন কৰি ।
প্ৰাতক চাড়োক ডাকি বোলা হৰি হৰি ॥




সম্পূৰ্ণ।

# জাননী

**বদন ৰঞ্জন।** ইয়াক ঘঁহিলে চেনিপৰা, চোমে ধৰা, গাল মৰনা আদি মুখৰ সকলো ৰোগ গুছি মুখৰ লাৱণ্য বৃদ্ধি কৰে চিচাৰ দাম ৷৵০ অনা।

**খহুৰ দৰৱ।** যেনে ৰকমৰ ডাঙৰ সৰু বিধৰ পকা খহ হক ইয়াক দুই তিন বাৰল গোৱা মাত্ৰ কেনিবা যাব দাম চিচাত আঠ অনা।

**অদ্ভুত মাদলী।** এই মাদলী গাত থাকিলে ভূত পিশাচ আদি ৰাতি বিয়লি ফুৰাত ভয় নেথাকে। অনেক বেমাৰৰ ।০ মতে উপকাৰ আৰু মাইকী মানুহে কষ্ট খাই থকা—পাছতল ৩২ আদি হাইপ্ৰা, গৰু মহৰ চৰকা পৰ্য্যন্ত ভাল হয় দাম গোটে ১।০ ডাক খৰচ ৶০ অনা।

## খেতৰ মৰ কুছিয়াৰ তাবিজ।

যাৰ তিন চাৰি বছৰ বয়সত লৰা ছোৱালী মৰে, বা গৰ্ভতে যাৰ ওপজে, গৰ্ভবস্থাত অনেক স্বপ্ন দেখা, গাত আচুৰি পিচোৰি যায়, স্বপ্নত মাইকীয়ে মোটা দেখা আৰু মটাহং মাইকী ইত্যাদি স্ত্ৰী পুৰুষৰ যাৰ গাত খেতৰ মৰকুছিয়াৰ দোষ আছে সেই সকলে এই তাবিজ লক নিশ্চয় উপকাৰ পাব। দাম ১০ পাচ সহ ডাক খৰচ ৶০ অনা

**খহুৰ দৰৱ।** যেনে হাঁতী খৰ, দদা খৰ, তকান খৰ হক আমাৰ এই দৰৱ লগালে একে দিনাই গুছিব দাম ১নং টেমাত ৵৩ দহ পইচা ২নং টেমাত ।/০ পাচ অনা।

ঠিকনা :- শ্ৰীচাৰ্দ্ৰনাথ গোস্বামী—বগৰসত্ৰ, যোৰহাট, গটেঙা।

# জাননী

গৰলৰ অতি প্ৰমাণী দৰব। যিমান দিনৰ পুৰনা গৰল মোৰ হক এই দৰব লগালে দুদিনতে কেনিবা যাব। দাম চিচাত ।০ আঠ অনা।

পেলুৰ দৰব। সকলো ৰকমৰ পেলু বাজ হয় প্ৰতি পাকেট দৰবৰ দাম ৵০ চিচাৰ দৰবৰ দাম ৷৷০ আঠ অনা।

মৰকা গোবনীৰ দৰব। এই দৰব ঘঁহামাত্ৰ মুৰকামোৰনী তৎক্ষণাৎ যাব চিচাৰ দাম ৷৷০ আঠ অনা।

জ্বৰৰ দৰব অতি প্ৰমাণী "জীবন বান্ধব" এই দৰব ব্যৱহাৰ কৰিলে এদিনতে জ্বৰ এৰি ১—৩০টা বড়িৰ দাম ৷৷৵০ দশ অনা জ্বৰ বড়ি প্ৰতি চিচাৰ দাম ৶০ বাৰ অনা। জ্বৰ একেদিনাই এৰিব।

স্কৰিজ কিওৰ। যেনে ৰকমৰ গেলা পচা ঘাহক এই দৰব লগোৱা মাত্ৰ শুকাব চিচাৰ দাম ।৵০ ছয় অনা।

দন্তশূলান্তক। দাঁতৰ বিষত যি পানী এটোপাকে খাব নোৱাৰে সেই সকলে তুলাৰে এই দৰব লগোৱা মাত্ৰ তৎক্ষণাৎ বিষ কেনিবা যাব দাম চিচাত ১৷৷০ টাকা।

ঠিকনা ঃ—শ্ৰীতীৰ্থনাথ গোস্বামী, ধনৰসত্ৰ, গটঙ্গা পোঃ

# জ্ঞানদী

## মহা সুগন্ধি কুসুমকান্তি তেল।

এই তেলৰ সমান সৰ্ব্বগুণী মহোষধ স্বৰূপ সুগন্ধত মন সন্তোষ হোৱা তেল আৰু নাই। ইয়াক ঘঁহিলে মুৰ কামোৰনী মুৰ-ফুৰনী, মূৰ্চ্ছা ৰোগ বায়ুপীত্ত, চকু চলিহা, চকুৰে জল মলকৰ স্মৰণ শক্তি কম হোৱা, বায়ুৰ দোষত টোপনি নহা, সূৰ্য্যক পালি মুৰ গৰম থকা, খুদ খহু, উফি, ঘা, মুৰৰ সকলো বেমাৰ গুছিব। ডেকা গাভৰু কালত চুলি নপকে। চুলি বাঢ়ে, বঙা চুলিকলা পৰে, সৰা চুলিগছে, গাল ফটা, উঠ ফটা, মুখৰ সকলো ৰোগ গুছি শ্ৰী লাবণ্য কৰে। গোন্ধ অতি উত্তম এদিন ঘঁহিলে দুদিনলকে গোন্ধ থাকে। এ চিচাৰ দাম ॥৶০ অনা ডাক খৰচ ।/০ অনা।

## বায়ু নাশিনী তেল।

মিছাতে বজাৰৰ তেল কিনি পয়ছা খৰচ নকৰি আমাৰ বায়ু নাশিনা তেল ঘহঁক। এই তেল ব্যৱহাৰ কৰিলো মূৰ্চ্ছা বায়ু, ফুৰনী বায়ু, পোৱা বায়ু, চণ্ড বায়ুকে আদি কৰি সকলো বায়ু, গুছিব। ইহাৰ বাজেও চুলি বাঢ়ে, বঙা চুলি কলাপৰে, াৰ অকলো চৰ্ম্ম ৰোগ গুছে গোন্ধ অতি উত্তম। যেনে-বায়ু হক ইয়াক ঘঁহিলে উপকাৰ পাব। দাম চিচাত ১৲ এটকা ডাক খৰচ ।/০ অনা।

ঠিকনা—শ্ৰীতীৰ্থনাথ গোস্বামী, ধলৰসত্ৰ, যোৰহাট, পোঃ গটঙ্গা।

# জানকী

তলত নাম লেখা পুথিৰ বাহিৰে আমাৰ ওচৰত ইংৰাজী, বঙ্গলা, নাগেৰী, নানা তৰহৰ স্কুলৰ পাঠ্য পুথি, কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, গীতা, ভাগৱত, ভাৰত, পুৰাণ, নাটক, উপন্যাস, সঙ্গীত, ছবি, চিয়াহি পেঞ্চিল, হেণ্ডোল, নিব, মেপ, এক-সাইজ বুক, নানা ৰকমৰ সুগন্ধি তেল, আৰু নানা ৰকম ঔষধ, যাক যিলাগে এখনি চিঠি লেখি পঠোৱা মাত্র সকলো শীঘ্র ভিঃ পিঃ ডাকত পাব।

| | | | |
|---|---|---|---|
| ৰিপুঞ্জন স্মৃতি অসমীয়া ভাঙনী সহ | ১৲ | আশীৰ্ব্বাদ | ।০ |
| অদ্ভুত গণনা জ্যোতিষ নানা তৰহৰ মঙ্গল ৰাম কণ্ডলি সহ | ॥০ | বহুৱালী শিক্ষা | ।০ |
| খোল মৃদঙ্গৰ মালিতা | ।৶০ | বৃহৎ বালীবধ | ।৶০ |
| কথা ঘোষা | ॥০ | ধ্রুব চৰিত্র | ।৶০ |
| ৰাম বনবাস | ॥০ | যুঢ়া ভাষা | ।৶০ |
| সীতাৰ বনবাস লবন দৈত্য বধ লবকুশৰ যুদ্ধ সহ | ।৶০ | জন্ম নিৰ্ণয় | ।৶০ |
| সীতাহৰণ পৰ্ব্ব | ৸৶০ | অসমীয়া নিদান | ॥০ |
| উদ্বাহ তত্ত্ব, সম্বন্ধ বিচাৰ | ।০ | ভক্তি তত্ত্ব দৰ্পণ | ॥০ |
| অসমীয়া গুৰু কৱচ | ।/০ | গুণমালা | ॥০ |
| সৰ্ব্ব ব্যাধিৰ মূল মন্ত্র | ৶০ | ৺শ্রীশ্রীগোপাল দেৱৰ চৰিত্র | ২॥০ |
| গুণসাৰ ভক্তি পুথি | ।৶০ | ৺শ্রীযদুমনি দেৱৰ চৰিত্র | ২।০ |
| | | গীতাগুণমালা | ।৶০ |
| | | সন্তাৱলী গুণমালা | ।০ |
| | | গীতা | ১৲ |
| | | বৈষ্ণৱী কীৰ্ত্তন | ॥০ |

পোৱাৰ ঠিকানা—

শ্রীতীৰ্থনাথ গোস্বামী।

ধলৰ সত্ৰ জেনাৰেল এজেন্সী ডোৰ হাট পটশা পোঃ।